# অসম সাহিত্য সভা বাৰ্ষিকী

## ষট্‌ত্ৰিংশ অধিবেশন : বৰপেটা

শ্ৰীশঙ্কৰক্ষেত্ৰ

সম্পাদক,

চৈয়দ আব্দুল মালিক



Asam Sahitya Sabha Barsiki—Borpeta Adhibeshan : a collection of Presidential address and other materials concerning the 36th. session of Asam Sahitya Sabha, edited by Syed Abdul Malik, General Secretary, Asam Sahitya Sabha' 1969-70, and published by Sri Jatindranath Goswami, General Secretary of the Sabha 1970-71, Chandrakanta Handique Bhawan, Jorhat-1.

অসম সাহিত্য সভা বাৰ্ষিকী :
বৰপেটা অধিবেশন

অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশ বৰপেটা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ দানৰ সহায়ত প্ৰকাশিত ।

প্ৰকাশক :
শ্ৰীযতীন্দ্ৰনাথ গোস্বামী
প্ৰধান সম্পাদক
অসম সাহিত্য সভা, যোৰহাট

প্ৰথম প্ৰকাশ :
এপ্ৰিল ১৯৭১ চন

বেচ—৩·০০ টকা

ছপাশাল :
ভাৰতী প্ৰেছ, তৰাজান
যোৰহাট-১



## এৰেকষাৰ

অসম সাহিত্য সভাই, এই অনুষ্ঠানৰ প্ৰত্যেক অধিবেশনৰ মূলসভাৰ সভাপতিৰ ভাষণকে প্ৰমুখ্য কৰি ভাষণাৱলী আৰু অন্যান্য তথ্যপাতি সম্বলিত একোখনি পুথি প্ৰত্যেক অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ অৰ্থদানেৰে যোৱা কেইবাবছৰো ধৰি প্ৰকাশ কৰি আহিছে। এনে পুথিৰ প্ৰত্যেকখনেই 'অসম সাহিত্য সভা বাৰ্ষিকী' নামত অধিবেশন সমূহক লিপিবদ্ধ ভাবে স্মৰণীয় কৰি ৰাখিছে।

অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশ বৰপেটা সন্মিলনৰ বাৰ্ষিকী '৬৯ চনৰ শেষ আৰু '৭০ চনৰ আগভাগতে প্ৰকাশ হ'ব লাগিছিল। অনিবাৰ্য্য কাৰণবশতঃ আমাৰ কাৰ্য্যকালত পুথিখনি ছপাশালৰ পৰা অনা সম্ভৱ হৈ নুঠিল। তদুপৰি অভ্যৰ্থনা সমিতিৰ লগত যোগাযোগ কৰিও আমি আড়ম্বপূৰ্ণভাবে শ্ৰীশঙ্কৰক্ষেত্ৰত অনুষ্ঠিত বৰপেটা সন্মিলনৰ আলো-ছবি আৰু পূৰ্ণাঙ্গ টোকা এটি সংগ্ৰহ কৰিব নোৱাৰিলোঁ। আনহাতে অভ্যৰ্থনা সমিতিয়ে মাত্ৰ আঢ়ৈ হাজাৰ টকাহে দান স্বৰূপে আগবঢ়োৱাত, আমাৰ ইচ্ছা থকা সত্বেও বাৰ্ষিকীখন চকুত লগাকৈ উলিৱা সম্ভৱ নহ'ল। তথাপিও ভাষণাৱলী আৰু চমুটোকা আদি সম্বলিত ষট্‌ত্ৰিংশ সন্মিলনৰ বাৰ্ষিকীয়ে অধিবেশনৰ ইতিহাস হেৰাই নোযোৱাকৈ ৰাখিব বুলি আমি আশা কৰিছোঁ। বাৰ্ষিকীখনিৰ সংকলন সম্ভৱ হৈ উঠিল বৰপেটা সন্মিলনৰ সভাপতি পদ্মশ্ৰী আনন্দচন্দ্ৰ বৰুৱাৰ উদ্যোগত আৰু সেই সময়ৰ সহকাৰী সম্পাদক শ্ৰীনগেন শইকীয়াৰ সহযোগত। অসম সাহিত্য সভাৰ বৰ্ত্তমানৰ প্ৰধান সম্পাদক শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীয়ে প্ৰকাশৰ দায়িত্ব বহন কৰাত আমি আন্তৰিক শলাগ জ্ঞাপন কৰিলোঁ। ইতি—

চৈয়দ আব্দুল মালিক
সম্পাদক

# সূচী





শ্ৰীআনন্দচন্দ্ৰ বৰুৱা
ষট্‌ত্ৰিংশ বাৰ্ষিক বৰপেটা অধিবেশনৰ সভাপতি

অসম সাহিত্য সভাৰ ষষ্ঠত্ৰিংশতম্ অধিবেশনৰ

# অভ্যৰ্থনা সমিতিৰ সভাপতিৰ

# আদৰণি শৰাই

নমো নমো ভগৱন্ত ভকতৰ নিধি।
হৰিক স্মৰণে আৰম্ভৰ হৌক সিদ্ধি ॥

অসম সাহিত্য সভাৰ নৱনিৰ্ব্বাচিত সভাপতি, অশেষ শ্ৰদ্ধাভাজন বৰুৱাদেৱ, প্ৰতিনিধিবৰ্গ আৰু সমাগত সুধীমণ্ডলী,

এই পুণ্যভূমি বৰপেটাত ১৯১৯ চনত অসম এচোচিয়েচনৰ লগতে অসম সাহিত্য সভাৰো অধিবেশন বহিছিল। সেই সভা দুখনত ক্ৰমে অসমীয়া সাহিত্যৰ অন্যতম গুৰিধৰোতা পদ্মনাথ গোঁহাঞিবৰুৱাদেৱ আৰু লব্ধপ্ৰতিষ্ঠ সাহিত্যিক কালীৰাম মেধিদেৱে সভাপতিৰ আসন অলঙ্কৃত কৰিছিল। তেতিয়া অভ্যৰ্থনা সমিতিৰ সভাপতি আছিল ক্ৰমে বৰপেটাৰ সৰ্বৰহী নেতা যাদৱ চন্দ্ৰ দাস আৰু বৰপেটাৰ প্ৰথম গ্ৰেজুৱেট ৰামপ্ৰসাদ দাস বি, এল। তেখেত-সকলৰ কোনোজনেই আজি আমাৰ মাজত নাই। আমি জয় জয়তে তেখেতসকলৰ উদ্দেশ্যে ভক্তি পুষ্পাঞ্জলি অৰ্পণ কৰিছো।

অসম সাহিত্য সভাৰ যোৰা অধিবেশনৰ সভাপতি জ্ঞাননাথ বৰা-দেৱ, অসম সাহিত্য সভাৰ অন্যতম ভূতপূৰ্ব্ব সভাপতি, আৰু অসমীয়া সাহিত্যত ভীষ্ম পিতামহপ্ৰতিম বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱ আজি আমাৰ মাজত নাই। কালে তেখেতসকলক আমাৰ মাজৰ পৰা হৰি নিলে। আমি তেখেতসকলৰ পুণ্যস্মৃতি উদ্দেশ্যে শ্ৰদ্ধাঞ্জলি জ্ঞাপন কৰিছো।

সাহিত্য চৰ্চ্চাৰ ক্ষেত্ৰত খ্যাতনামা নহলেও অসমৰ বিশিষ্ট সমাজ সেৱী আৰু স্বাধীনতা যুঁজৰ অক্লান্ত সৈনিক লোকসেৱক হলধৰ ভূঞা,

শিশু সাহিত্যত সিদ্ধহস্ত মহাদেৱ শৰ্ম্মা, নিজৰা কবি শৈলধৰ ৰাজখোৱাৰো লোকান্তৰ ঘটিছে। তেখেতসকললৈ আৰু লগতে যোৱা অধিবেশনৰ পিচৰে পৰা আজিৰ এই অধিবেশনলৈকে আন যি সকল সাহিত্য-সেৱীৰ বিয়োগ ঘটিল সেইসকলৰ উদ্দেশ্যে আমি আমাৰ শ্ৰদ্ধাঞ্জলি আগবঢ়াইছো।

অৰ্দ্ধ শতাব্দীকালৰ পিচত অসমীয়া সাহিত্যৰ পূজাৰীসকলৰ পবিত্ৰ সমাবেশ দ্বিতীয়বাৰলৈ পুনৰ এই ঠাইতে হৈছে। আমি আপোনালোক আটাইবিলাককে আমাৰ সশ্ৰদ্ধ সেৱা জনাইছো। আপোনালোকক তুষ্ট কৰিব পৰা বৈভৱ বা সম্ভাৰ আমাৰ নাই; কিন্তু সেৱাৰ প্ৰাচুৰ্য্যত আমি কাৰোৰ পিচপৰা নহয়। এই আন্তৰিক বিশ্বাসেৰে আপোনালোকক আমি যি ফেৰা অভ্যৰ্থনাৰ যো-যা কৰিছো তাতেই নিজ গুণে সন্তুষ্ট হব বুলি আমাৰ ঐকান্তিক আশা। দায়-দোষ, ভুল-ত্ৰুটী সকলো নিজ গুণে মাৰ্জনা কৰি আমাকে যেন দায়মুক্ত কৰে এয়ে আপোনালোকৰ ওচৰত আমাৰ সৰল মিনতি।

বৰপেটা ভূমি প্ৰাচীন গৌৰৱমণ্ডিত। এই ঠাই মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীশ্ৰীমাধৱদেৱ, শ্ৰীশ্ৰীদামোদৰ দেৱ, শ্ৰীশ্ৰীভট্টদেৱ, শ্ৰীশ্ৰীহৰিদেৱ, শ্ৰীশ্ৰীবংশীগোপাল দেৱ প্ৰমুখ্যে বৈষ্ণৱ গুৰু আৰু আতা-সকলৰ পদৰেণু পূত স্থান। মহাপুৰুষসকলৰ পৰম পবিত্ৰ পদৰেণু এই ক্ষেত্ৰৰ ধূলিৰ লগত মিহলি হৈ আছে। এই ঠাইতে মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে ভাগৱত ৰচনা কৰিছিল। এই ঠাইতে শ্ৰীশ্ৰীমাধৱ-দেৱ পুৰুষে নামঘোষা পুথি লেখিছিল আৰু এই ঠাইতে শ্ৰীশ্ৰীভট্টদেৱ কবিৰত্নদেৱে কথাভাগৱত ৰচনাৰ পাতনি মেলিছিল। অতীত কীৰ্ত্তিমণ্ডিত এই পুণ্যধাম সকলোৰে বন্দনাৰ স্থান। গতিকে এই বৰপেটাৰ নতুন পৰিচয় দিবৰ প্ৰচেষ্টা চৰ্বিত চৰ্বনৰ বাহিৰে একো হব নোৱাৰে।

বৰপেটা সত্ৰৰ সংগঠন প্ৰণালী সম্পূৰ্ণ গণতান্ত্ৰিক ভেঁটিত গঠিত। যেতিয়া পৃথিবীৰ মানুহৰ গণতন্ত্ৰ শব্দটো অজ্ঞাত আছিল, বুজি পোৱাটো দূৰৰ কথা, সেই সময়তো আজিৰ পৰা চাৰি শতাধিক বছৰ পূৰ্ব্বে শ্ৰীশ্ৰীমথুৰাদাস বুঢ়া আতা পুৰুষে বৰপেটা সত্ৰৰ পৰিচালক প্ৰণালীক গণতান্ত্ৰিক ভেঁটিত ৰূপ দিছিল। সেই গৰাকী দূৰদৰ্শী পুৰুষক আমি আজি কৃতজ্ঞতাৰে স্মৰণ কৰিছো আৰু তেৰাৰ উদ্দেশ্যে সেৱা এভাগ আগবঢ়াইছো।



বৰপেটা বোলোতে আমি কেৱল বৰপেটা চহৰখনকেই বুজোৱা নাই। ইয়াৰ চাৰিওফালে সিঁচৰিত হৈ থকা প্ৰাচীন কীৰ্ত্তিমণ্ডিত পাটবাউসী, গণককুছি, জনীয়া, ময়নবড়ি, বাৰাদী, সুন্দৰীদিয়া, বহৰি, ব্যাসকুছি, বৰভিটা, মানেৰী, কেওটকুছি, কুমাৰকুছি, কণৰা, চূণপোৰা ভেঁটি, হালধিবাৰী, বৰকাপনা প্ৰমুখ্যে মহাপুৰুষসকলৰ স্মৃতি বিজড়িত থান, সত্ৰসমূহ, সৰ্থেবাৰী আদি শিল্পপ্ৰধান ঠাই সমূহ আৰু বজালী, বৰনগৰ, হাউলি, সৰুক্ষেত্ৰি আদি ইতিহাসপ্ৰসিদ্ধ ঠাইকো অন্তৰ্ভুৰ্ক্ত কৰা হৈছে।

বৰ্ত্তমানে অৰ্থ সম্ভাৰত বৰপেটাৰ সৌষ্ঠৱ ক্ৰমে হীনপ্ৰভ হলেও এই পুৰুষতো ইয়াত বাণীৰ বৰপুত্ৰ ডাঃ বাণীকান্ত কাকতি, অসম-কেশৰী অম্বিকাগিৰি ৰায়চৌধুৰী, বেদজ্ঞ পণ্ডিত শ্ৰীশ্ৰীনাৰায়ণদেৱ মিশ্ৰ, আইনজ্ঞ আৰু প্ৰসিদ্ধ গল্প-সাহিত্যিক হলিৰাম ডেকাৰ দৰে পণ্ডিত, দেশপ্ৰেমিক আৰু সাহিত্যিকৰ জন্ম হৈছিল। বৰপেটাৰ মানুহৰ ব্যৱসায়-বণিজৰ ক্ষেত্ৰত সুনাম আজিও সৰ্ব্বজনবিদিত। হাতী দাঁতৰ শিল্প বৰপেটাৰ এটি ঐতিহ্যমহিয়ান বৈশিষ্ট্য। সৰ্থে-বাৰীৰ কাঁহ শিল্পই আজি সঙ্কটাপন্ন অৱস্থাৰ সন্মুখীন হলেও ইয়াৰ আদৰ আজিও আগৰ দৰেই অটুট আছে। বয়ন শিল্পতো বৰপেটাৰ শিপিনীসকল অগ্ৰগণ্যা।

কেইবাটাও কাৰণে অসম সাহিত্য সভাৰ এই অধিবেশন বৈশিষ্ট্যপূৰ্ণ। অসমীয়া ভাষা সাহিত্যৰ শিৰোমণি লক্ষ্মীনাথ বেজবৰুৱা-দেৱৰ জন্ম শতবাৰ্ষিকী এই বছৰতে আড়ম্বৰেৰে গোটেই অসমত আৰু ভাৰতবৰ্ষৰো কেবাঠাইত পালন কৰা হৈছে। বেজবৰুৱাদেৱৰ

বৰপেটাতে জন্ম হৈছিল। তেনেজন খ্যাতিমন্ত পুৰুষক বৰপেটাই বুকুত ধাৰণ কৰাৰ কাৰণে বৰপেটাবাসীয়ে সদায়ে গৌৰৱ অনুভৱ কৰে। বৰপেটাৰ প্ৰতিজন মানুহে বেজবৰুৱাদেৱক অতি আপোনজন বুলি ভাৱে। তেখেতৰ "শঙ্কৰদেৱ-মাধৱদেৱ" পুথি আজিও বৰপেটাবাসীৰ থাপনাত সগৌৰৱে বিৰাজ কৰিছে। আমি তেখেতৰ প্ৰতি ভক্তি অঞ্জলি আগবঢ়োৱাৰ লগে লগে তেখেতৰ আত্মবিশ্বাস, উদাৰ ধৰ্ম্ম-ভাৱ, দেশপ্ৰেম, কৰ্ত্তব্যনিষ্ঠা আদি গুণৰ দ্বাৰা যাতে আমি প্ৰভাৱান্বিত হব পাৰো তাকেই ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালো।

এই বছৰতে গোটেই বিশ্বত মহাত্মা গান্ধীৰ জন্ম শতবাৰ্ষিকী পালনৰ আয়োজন পূৰ্ণ প্ৰয়োভৱেৰে চলিছে! এই ছেগতে গান্ধী-সাহিত্য প্ৰকাশৰো বিৰাট স্ফুৰণ (Renaissance) এটিৰ আৰম্ভণি হৈছে। সেই স্ফুৰণত অসমীয়া সাহিত্যৰো সৌষ্ঠৱ বৃদ্ধি হব বুলি আমি সকলোৱে আশান্বিত হৈছো। আজিৰ যুগে আগবঢ়োৱা এই সুযোগ আমাৰ সাহিত্যৰ পূজাৰীসকলে সম্পূৰ্ণভাৱে গ্ৰহণ কৰিবলৈ নিবেদন জনাইছো।

অসমভূমি প্ৰকৃতিৰ লীলা নিকেতন। এই ৰাজ্যখন প্ৰাকৃতিক সম্পদ আৰু ঐশ্বৰ্য্যেৰে ভৰপুৰ। অসমৰ ধৰিত্ৰীৰ গৰ্ভত মানুহৰ উন্নয়নৰ কাৰণে যিমানবিলাক সম্পদৰ প্ৰয়োজন সেই আটাইবিলাক স্তূপীকৃত হৈ আছে। তথাপিও আজি আমাৰ যুৱক সমাজ দাৰিদ্ৰ্যৰ হেঁচাত নৈৰাশ্যৰ সন্মুখীন হবলগীয়া হৈছে। এই নৈৰাশ্য মৃত্যুৰ আগ জাননী। ইয়াৰ যথাবিহিত প্ৰতিকাৰ অনতিবিলম্বে কৰিব লাগিব। আমাৰ প্ৰাকৃতিক সম্পদৰাজীৰ আহৰণৰ ওপৰতেই এই প্ৰতিকাৰ নিৰ্ভৰ কৰিছে। সেই প্ৰচেষ্টাক সাৰ্থক কৰি তুলিবৰ বাবে যি উৎসাহ উদ্দীপনা আৰু অপৰাজেয় কৰ্ম্মশক্তিৰ প্ৰয়োজন সেইটো নতুন সাহিত্য সৃষ্টিৰ মাধ্যমত গঢ়ি তুলিব লাগিব। আমি বিনীতভাৱে আমাৰ চিৰ চেনেহী ভাষা জননীৰ বিশিষ্ট সেৱকসকলক তেনে সাহিত্যৰ সৃষ্টিৰ দ্বাৰা আমাৰ যুৱকসকলৰ সন্মুখত দেখা দিয়া



নিৰাশাৰ কুঁৱলি দূৰ কৰি যাতে তেওঁলোকে আশাবাদৰ দীপ্ত শিখা অন্তৰত লৈ কৰ্ত্তব্যপালনত আগবাঢ়িব পাৰে তাৰ বাবে উপযোগী পৰিবেশৰ সৃষ্টি কৰিবলৈ নিবেদন জনাইছো।

জাতি বা দেশ এখনৰ নিৰ্ম্মাণত সাহিত্যৰ স্থান সৰাতোকৈ আগত। সৃষ্টিৰ জ্যোতি পোন প্ৰথমতে মানুহৰ মানসপটতহে উদ্ভাসিত হয়। অন্তৰত নিৰ্ম্মাণৰ ছবি সুস্পষ্টভাৱে অঙ্কিত কৰি তুলি লব নোৱাৰিলে নিৰ্ম্মাণৰ কাৰণে যি প্ৰেৰণা, উৎসাহ বা বিশ্বাস থকা উচিত সেইটো জাগ্ৰত হৈ নুঠে। ফলত সৃষ্টিৰ প্ৰচেষ্টা ব্যৰ্থ প্ৰয়াসত পৰিণত হয়। সেই কাৰণে যি কোনো বিপ্লৱৰ কাৰ্য্যসূচী হাতত লোৱাৰ আগতে মানুহৰ ভাৱৰাজ্যত বিপ্লৱ সৃষ্টি কৰিব লাগে। ফৰাচী বিপ্লৱ বা পৃথিবীত আজিলৈকে যি বিলাক বিপ্লৱৰ সূচনা হৈছে সেইবিলাকে এইটোকে সূচাইছে। ৰুচো, ভলটেয়াৰ আদিৰ লেখনীয়ে যদি ফ্ৰান্সৰ মানুহৰ ভাৱৰাজ্যত বিপ্লৱৰ গুটি নিসিচিলেহেঁতেন তেনেহলে সাম্য, মৈত্ৰী, স্বাধীনতাক লক্ষ্য কৰি ফ্ৰান্সত যি বিপ্লৱৰ সৃষ্টি হৈছিল সেই বিপ্লৱ কেতিয়াও সম্ভৱপৰ নহলহেঁতেন। আজি আমাৰ দেশত আৰু আমাৰ অসমতো এটি সৃষ্টিমুখী শান্তিপূৰ্ণ বিপ্লৱৰ সূচনা হৈছে। সেই বিপ্লৱ সম্পূৰ্ণ কৰি তুলিবলৈ মানসিক প্ৰস্তুতিৰ প্ৰয়োজন। তেনে মানসিক প্ৰস্তুতি সাহিত্যসৃষ্টিৰ দ্বাৰা সম্ভৱ কৰি তুলিব লাগিব।

সাহিত্যত নিৰাশাবাদৰ স্থান নাই। সাহিত্যৰ উদ্দেশ্য নিৰাশা-বাদক মষিমূৰ কৰি আশাবাদ প্ৰতিষ্ঠা কৰা। সাহিত্যত নিৰাশাবাদৰ প্ৰভাৱ পৰি জাতিৰ জীৱনত স্থিতাৱস্থাৰ সৃষ্টি হৈ ক্ৰমে ক্ৰমে মানুহক বিপথগামী কৰাৰ সম্ভাৱনা গঢ়ি উঠে। এইটো জাতি এটাৰ পক্ষে বৰ দুৰ্ভাগ্যজনক পৰিস্থিতি! যি সাহিত্যই মানুহক কৰ্ম্মবিমুখ কৰি ভ্ৰান্ত আৰু প্ৰতিক্ৰিয়াশীল পথ লবলৈ উদ্গনি যোগায় তেনে সাহিত্যৰ চৰ্চ্চা বা প্ৰচলনে যি কোনো জাতিৰ জীৱনতে দুৰ্ভাগ্যৰ সূচনা কৰে। মানসিক অৱসাদ বা নিৰাশাৰ ছাঁ সাহিত্যই আঁতৰ কৰি মানুহক কাৰ্য্যপ্ৰৱণ কৰি কৰ্ত্তব্য পথত আগবঢ়াই নিব লাগে। ৰাজস্থানৰ

ওপৰত যেতিয়া মোগলৰ দুৰ্জ্জয় আক্ৰমণ চলিছিল আৰু ইখনৰ পিচত আনখন ৰাজ্যই যেতিয়া মোগল শক্তিৰ ওচৰত আত্মসমৰ্পণ কৰিবলৈ ধৰিছিল আৰু যেতিয়া ৰাজস্থানবাসীয়ে নিৰাশা আৰু হতাশাত প্ৰতিৰোধ শক্তি গঢ়ি তুলিবলৈ অপাৰগ হৈছিল, তেতিয়া তাৰ চাৰণ কবিসকলে ৰাজস্থানৰ গৌৰৱমণ্ডিত কাহিনী আৰু ৰাজস্থানবাসীৰ পূৰ্ব্বপুৰুষৰ স্বৰ্গাদপি জন্মভূমিৰ গৌৰৱ আৰু মান অটুট ৰাখিবলৈ কৰা আত্মোৎসৰ্গৰ জ্বলন্ত কাহিনী সমূহ গীতৰ মাজেদি জনতাৰ দৃষ্টি আকৰ্ষণ কৰিছিল আৰু তেতিয়া ৰাজস্থানৰ জনতাই কৰ্ত্তব্যৰ প্ৰতি সজাগ হৈ দেশাত্মবোধত অনুপ্ৰাণিত হৈ শত্ৰুৰ বিৰুদ্ধে থিয় দিয়া বুৰঞ্জীৰ কথা আমি কেতিয়াও পাহৰিব নোৱাৰো। আজি অসমত তেনে সৃজনধৰ্ম্মী আৰু উদ্দেশ্যমূলক সাহিত্য সৃষ্টিৰ প্ৰয়োজন সকলোৱে অনুভৱ কৰিছে। আমি অতি বিনীতভাৱে আমাৰ সাহিত্যিকসকলৰ দৃষ্টি তালৈকে আকৰ্ষণ কৰিলো।

সাহিত্যৰ অন্যতম উদ্দেশ্য হল দেশৰ মানুহৰ মাজত সৃষ্টি হোৱা অনৈক্যৰ বীজাণু সমূহ ধ্বংস কৰি জাতিটোক ঐক্যবদ্ধ আৰু শক্তিশালী কৰি গঢ়ি তোলা। আজি আমাৰ দেশত নানা ৰকমৰ বিভেদ ভাৱৰ সৃষ্টি হোৱাটো অত্যন্ত পৰিতাপৰ বিষয়। ভাষা, ধৰ্ম্ম, জাতি, সম্প্ৰদায় আৰু ৰাজ্যৰ নামত আমাৰ জাতীয় সংহতি দুৰ্ব্বল হোৱা আমাৰ সকলোৰে চকুত পৰিছে। সেইটো কেনেকৈ দূৰ কৰিব পাৰি সেইটোহে আজি আমাৰ সন্মুখত ঘাই প্ৰশ্ন। এই সমস্যাৰ সমাধান কৰিব নোৱাৰিলে ভাৰতবৰ্ষ খণ্ড-বিখণ্ড হৈ দুৰ্ব্বল হব পাৰে আৰু পৰিণামত আনকি ভাৰতবৰ্ষৰ স্বাধীনতাও বিপন্ন হব পাৰে। বহুতদিনীয়া পৰাধীনতাৰ শৃঙ্খল মুক্ত হোৱাৰ পিচৰে পৰা আমাৰ দেশত এনেকুৱা ধ্বংসপ্ৰৱণ শক্তিসমূহ গঢ়ি উঠাত আমি সেই বিষয়ে সাৱধান হৈ ব্যৱস্থা গ্ৰহণ কৰিবৰ প্ৰয়োজন হৈছে।

মহাত্মা গান্ধী প্ৰমুখ্যে আমাৰ দেশৰ লাখ লাখ খ্যাত আৰু অখ্যাতনামা দেশপ্ৰেমিক আৰু স্বহীদে স্বাধীনতাৰ বেদীত আত্ম-



বলিদান দি আমাৰ হেৰোৱা স্বাধীনতা ঘূৰাই আনি আমাৰ দেশখনক আমাৰ পৰম্পৰা, ঐতিহ্য আৰু যাউতিযুগীয়া সংস্কৃতিৰ ভেঁটিত গঢ়ি তুলিবলৈ সেইসকলৰ উত্তৰাধিকাৰী হিচাবে আমি সেই দায়িত্ব পালনত পৰাঙ্মুখ হলে সেইসকলৰ প্ৰতি আৰু আমাৰ দেশৰ প্ৰতি দ্ৰোহ আচৰণ কৰা হব। তেনে দ্ৰোহৰ পৰা ৰক্ষা পৰিবৰ বাবে আমি সকলোৱে নিষ্ঠাৰে আমাৰ কৰ্ত্তব্য পালন কৰিব লাগিব আৰু সদায় মনত ৰাখিব লাগিব যাতে আমাৰ কোনো কাৰ্য্যৰ দ্বাৰা আমাৰ দেশৰ সংহতিত কোনো প্ৰকাৰৰ বাধা সৃষ্টি নহয়। সেইটো সম্ভৱ কেৱল শাশ্বত সাহিত্য সৃষ্টিৰ মাধ্যমত। তেনে সাহিত্য সৃষ্টিৰ পূৰ্ণতাতেই আমাৰ জয়লাভ সম্ভৱ।

আমাৰ ৰাজ্যখন এখন বিচিত্ৰ ৰাজ্য। এই ৰাজ্যখন ভাৰতবৰ্ষৰ সমস্যাবহুল ৰাজ্য সমূহৰ ভিতৰত অন্যতম। আমাৰ এই ৰাজ্যখন ভাৰতবৰ্ষৰ পূব সীমান্তত অৱস্থিত। যুগে যুগে বিশ্বাস কৰি অহা অপৰাজেয় গিৰিৰাজ হিমালয়ক ভেদ কৰি চীনে ভাৰত আক্ৰমণ কৰাৰ পিচত আৰু আকাশীযুদ্ধৰ অগ্ৰগতিৰ ফলত ভাৰতবৰ্ষৰ প্ৰতিৰক্ষাৰ ৰূপ সম্পূৰ্ণ পৰিবৰ্ত্তিত হৈছে।

আমাৰ পশ্চিম আৰু দক্ষিণ সীমান্তত পাকিস্তান। উত্তৰ সীমান্তত চীন দেশ। এই দুয়োখন ৰাজ্যই আমাৰ প্ৰতি বৈৰীভাৱাপন্ন। যেতিয়াই আমাৰ দেশখন এই দুই ৰাষ্ট্ৰ নাইবা ইয়াৰ ভিতৰৰ যি কোনো এখনৰ দ্বাৰা আক্ৰান্ত হব তেতিয়া তাৰ প্ৰথম হেঁচাটো অসমৰ ওপৰতেই পৰিব। যোৱা ১৯৬২ চনত চীনৰ ভাৰত আক্ৰমণৰ কথা আমি আজিও পাহৰা নাই। সেই সময়ত আমি কেনেকুৱা নিঃসহায় অনুভৱ কৰিছিলো সেইটো আপোনালোকক সোঁৱৰাই দিবৰ কোনো প্ৰয়োজন নাই। গতিকে ভাৰতবৰ্ষৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰত ভাৰতবৰ্ষৰ পূৰ্ব্ব দুৱাৰৰ অতীন্দ্ৰ প্ৰহৰী হিচাবে অসম সদায় সাজু থাকিব লাগিব। এইটো সম্ভৱ কৰিবলৈ হলে আমি আমাৰ আভ্যন্তৰীণ ঐক্য শক্তিশালী কৰিব লাগিব ; অসমত বাস কৰা সকলো নাগৰিকৰ

ভিতৰত শান্তিপূৰ্ণ বাতাবৰণৰ সৃষ্টি কৰি মিলাপ্ৰীতিৰে সহযোগৰ ভাৰ লৈ বসবাস কৰিব লাগিব ; কিন্তু দুৰ্ভাগ্যৰ কথা হ'ল যে যিমানেই আমাৰ ভিতৰত মিলাপ্ৰীতি আৰু ঐক্যৰ প্ৰয়োজন হৈছে তিমানেই আমি এইবিলাক ক্ষেত্ৰত দুৰ্ব্বল হোৱা পৰিলক্ষিত হৈছে। একাংশ পৰ্ব্বতীয়া ভাই আৰু ভৈয়ামৰ মানুহৰ ভিতৰত অযথা কন্দল আৰু অবিশ্বাসৰ সৃষ্টি হৈ আমাৰ সংহতিত ফাঁট মেলিবৰ উপক্ৰম হৈছে। আমাৰ বুকুৰ মাজত থকা বড়ো ভাইসকলৰ ভিতৰৰ কিছুমানে "অসমীয়া নহয়" এই অনৈক্যৰ বাণী প্ৰচাৰ কৰিবলৈ প্ৰয়াস কৰিছে। অসমৰাজ্যখন যিমানদিনীয়া পুৰণি আমাৰ বড়ো ভাইসকল তিমান দিনৰে পুৰণি অধিবাসী আমাৰ ৰাজ্যখনৰ। বহু শতাব্দী বিয়পি এওঁলোকৰ পূৰ্ব্বপুৰুষসকলে আমাৰ এই বিনন্দীয়া ৰাজ্যখন শাসন কৰিছিল। অসমৰ সভ্যতা সংস্কৃতিৰ ৰূপদানৰ ক্ষেত্ৰত তেখেতসকলৰ বৰঙণি অসীম। আজিও অসমৰ চুকে-কোণে, পৰ্ব্বতে-হাবিয়ে, নগৰে-চহৰে, মঠ-মন্দিৰ, সত্ৰ-দেৱালয়, ৰাস্তা-পুখুৰী, নৃত্য-গীত, অভিনয়-কলা আদিত তেখেতসকলৰ বিজয়কীৰ্ত্তি খোদিত হৈ আছে। সেইসকলৰে উত্তৰাধিকাৰীসকলৰ কিছুমানে আজি অসমীয়া ভাষা, সাহিত্য, সংস্কৃতি আৰু পৰম্পৰাৰ বিৰুদ্ধে সংগ্ৰামমুখী হোৱাটো কিমান পৰিতাপৰ কথা সেইটো লেখনীৰ দ্বাৰা প্ৰকাশ কৰিব নোৱাৰি, তাক আন্তৰিক আবেগৰ দ্বাৰাহে উপলব্ধি কৰিব পাৰি। ঠিক তেনেকৈয়ে আৰু এটা পৰিতাপৰ কথা হ'ল আহোমসকলৰ একাংশ লোকৰ ফালৰ পৰা হোৱা পৃথক ৰাজ্যৰ বাবে আন্দোলন। আহোম স্বৰ্গদেউসকলে সিদিনাখনলৈ অসমত তেখেতসকলৰ বিজয় বৈজয়ন্তী উৰুৱাইছিল আৰু অসমৰ বিজয় কীৰ্ত্তি গোটেই ভাৰতবৰ্ষত প্ৰচাৰ কৰিছিল। যেতিয়া ভাৰতৰ অন্যান্য ৰাজশক্তি সমূহে মোগলৰ ওচৰত বশ্যতা স্বীকাৰ কৰিছিল তেতিয়া অসমৰ ৰাজচক্ৰৱৰ্ত্তী আহোম ৰজাই প্ৰবল পৰাক্ৰমী মোগলৰ আক্ৰমণ এবাৰ নহয়, দুবাৰ নহয়, সোতৰবাৰ প্ৰতিহত কৰি অসমৰ স্বাধীনতা আৰু গৌৰৱ অক্ষুণ্ণ



ৰাখিছিল। মহাবীৰ লাচিত বৰফুকনৰ বীৰত্ব আৰু দেশপ্ৰেমৰ কাহিনী আজিও অসমীয়া মানুহৰ প্ৰেৰণাৰ উৎস হিচাবে জীয়াই আছে। সেই বীৰ, দেশপ্ৰেমিক আৰু শক্তিমন্ত পুৰুষসকলৰ উত্তৰাধিকাৰীসকলে আজি আত্মবিশ্বাসত দুৰ্ব্বল হৈ পৰাৰ কোনো পাৰ্থিব কাৰণ বিচাৰি পোৱা টান। তথাপিও আজি সেইসকলৰ একাংশ লোকে আমাৰ সংহতি দুৰ্ব্বল কৰিবলৈ চেষ্টা কৰাত মৰ্ম্মান্তিক দুখ অনুভৱ কৰা আমাৰ সকলোৰে পক্ষে স্বাভাৱিক।

এইবিলাক সমস্যাৰ সমাধান ৰাজনীতিবিদ বা অৰ্থনীতিবিদে দিব নোৱাৰে। ৰাজনীতি ক্ষেত্ৰত মানুহক ক্ষমতাৰ মাদকতাই বাস্তৱতাৰ পৰা আঁতৰাই নিয়ে। অৰ্থনীতি ক্ষেত্ৰও শোষণৰ কবলৰ পৰা মুক্ত নহয়। গতিকে ৰাজনৈতিক নেতা বা অৰ্থনৈতিক নেতা-সকলৰ পক্ষে এইবিলাক সমস্যাৰ যুক্তিযুক্ত সমাধান দিয়া কোনো কোনো সময়ত সম্ভৱ নহয়। এইটো সকলো সময়তে সম্ভৱ হ'ব পাৰে মানুহৰ অস্পষ্ট অনুভূতিবিলাকক সুস্পষ্ট ভাষাত ৰূপ দিয়া সাহিত্যৰ সৃষ্টিৰ দ্বাৰা। সাহিত্যৰ কৃতিত্বই হৈছে মানুহৰ অস্পষ্ট অনুভূতিক স্পষ্ট ভাষাত ৰূপ দিয়া। মানুহে বহুত কথা প্ৰকাশ শক্তিৰ অভাৱত মনতে মাৰ নিয়াই থাকিবলগীয়া হয়। সেইবিলাক প্ৰকাশ কৰিব নোৱাৰিলে মনতে গুমৰি থকা সমস্যা সমূহৰ সমাধান কৰিব নোৱাৰি ; কিন্তু প্ৰকৃত অনুভৱশীল আৰু সৃষ্টিশীল সাহিত্যিকে সেই ভাৰখিনি মানুহৰ অন্তৰৰ পৰা কাঢ়িলৈ ভাষাত ৰূপ দি ব্যক্ত কৰে আৰু তাৰ পৰাই সমস্যাৰ সমাধান সম্ভৱ হয়। ভাষা জননীৰ একনিষ্ঠ সাধকসকলৰ প্ৰতি নিবেদন—তেখেতসকলৰ সাধনাৰ মাজেদি আজি আমাৰ দেশত আৰু অসমত যি বিলাক ভাঙ্গোনমুখী শক্তিৰ আক্ৰমণে আমাক জৰ্জ্জৰিত কৰি তুলিছে তাৰ বিশিষ্ট সমাধান দাঙি ধৰক। তাকেই আজি এই শুভ অৱসৰত আপোনালোকৰ ওচৰত অতি বিনীতভাৱে নিবেদন কৰিবলৈ প্ৰয়াস কৰিলোঁ।

স্বাধীনতা লাভৰ পিচত সমগ্ৰ ভাৰতৰ উন্নয়নৰ লগে লগে আমাৰো সামূহিক উন্নয়নৰ কাম আৰম্ভ হৈছে। শিল্প, বাণিজ্য আদি সকলো ক্ষেত্ৰতে আমাৰ ৰাজ্যখন যে আগবাঢ়ি গৈ আছে এই কথা কোনেও নুই কৰিব নোৱাৰে। এইবিলাককে অৱলম্বন কৰি আমাৰ ৰাজ্যলৈ ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যৰ পৰা বহু মানুহৰ সমাগম হৈছে আৰু এইসকলৰ বহু লোকেই অসমকে নিজৰ বাসস্থান বুলি গ্ৰহণ কৰি ইয়াৰ সুখ-দুখৰ লগত নিজকে জড়িত কৰিছে। কেৱল এই যুগতে নহয়, যুগে যুগে অসমলৈ বাহিৰৰ পৰা মানুহ আহি আছে। এসময়ত আহোমসকল আহিছিল দিগ্বিজয়ৰ বাসনা লৈ। তেওঁলোকে অসমক জয় কৰিলে সঁচা ; কিন্তু অসমেও তেওঁলোকক জয় কৰিলে। তেওঁলোকৰ অনুগ্ৰহতে অসমীয়া সভ্যতা সংস্কৃতি নতুন ৰূপত গঢ়ি উঠাত বহিৰাগত লোকৰ অপৰিমেয় অৱদানৰ কথাটো ঐতিহাসিক সত্য। এটা প্ৰবাদ আছে যে অসমলৈ বাহিৰৰ পৰা মানুহ আহিলে ইয়াত ভেড়া হৈ গৈছিল। প্ৰবাদ হলেও এইটো আখৰে আখৰে সত্য আছিল ; কিন্তু যিসকল লোক ভেড়া হৈ অসমত থাকি গ'ল সেই সকলে কোনো যাদু মন্ত্ৰৰ প্ৰভাৱত তেনে কৰা নাছিল। অসমৰ মাত-কথা, আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি, ধৰ্ম্ম-সংস্কৃতি, কলা-সাহিত্য আদিত মুগ্ধ হৈ নিজকে পাহৰি অসমকে নিজৰ জন্মভূমি বুলি গ্ৰহণ কৰিছিল। মহাপুৰুষ শঙ্কৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, হৰিদেৱ, ভট্টদেৱ, বংশীগোপালদেৱ, বনমালীদেৱ প্ৰমুখ্যে মহাপুৰুষসকলৰ পূৰ্ব্বপুৰুষসকলো বাহিৰৰ পৰা আহি অসমৰ মাটি, জলবায়ু, প্ৰাকৃতিক সৌন্দৰ্য্য আৰু সামাজিক সংগঠনৰ দ্বাৰা প্ৰভাৱান্বিত হৈ অসমীয়া হৈছিল আৰু আমাৰ পূৰ্ব্বপুৰুষসকলে তেখেতসকলক অতিকে আপোন কৰি সামৰি লৈছিল। এই পুৰুষতো আনন্দচন্দ্ৰ আগৰৱালা, চন্দ্ৰকুমাৰ আগৰৱালা, ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ প্ৰমুখ্যে অগণন লোকে অসমীয়াৰ কলা-কৃষ্টি, সাহিত্য-সংস্কৃতি আৰু সামাজিক ক্ষেত্ৰত কি দৰে অৰিহণা যোগাই আমাক সকলো প্ৰকাৰে সমৃদ্ধ কৰিলে সেই কথাৰ পুনৰুক্তি নিষ্প্ৰয়োজন। এই সকল লোকক যদি বহিৰাগত বুলি আমাৰ সমাজে গ্ৰহণ কৰিব নোৱাৰিলেহেঁতেন তেনেহলে আমাৰ আধ্যাত্মিক, সামাজিক আৰু সাংস্কৃতিক জীৱনত কি প্ৰতিক্ৰিয়া হ'লহেঁতেন সেইটো অলপ চিন্তা কৰি চালেই বুজিব পাৰি। অসমীয়া সমাজৰ সেই আহৰণ শক্তি আজি দুৰ্ব্বল হৈ পৰা বুলি অনুমান হৈছে আৰু সেই ক্ষেত্ৰত অসমীয়া সমাজৰ প্ৰগতিৰ গতি মন্থৰ হৈছে। তাৰ ফলত নতুনকৈ অহা মানুহখিনিক আমাৰ সমাজভুক্ত কৰি সমাজ খনক সম্পদশালী কৰি তুলিব পৰা নাই। জাতি এটাৰ পক্ষে এইটো নিশ্চয় এটা গুৰুতৰ পৰিস্থিতি! এইটো গুচাবৰ একমাত্ৰ উপায় হ'ল আমাৰ সমাজখনক প্ৰখৰ গতিত গতিশীল কৰি তুলিবলৈ চেষ্টা কৰা আৰু প্ৰাচীন ঐতিহ্য আৰু পৰম্পৰাৰ প্ৰতি শ্ৰদ্ধাবান হৈ এই মানুহখিনিক আমাৰ সমাজৰ অপৰিহাৰ্য্য অঙ্গ হিচাবে গ্ৰহণ কৰি লোৱা। যি লেখনীয়ে এই সকল লোকক আমাৰ লগত বিবোধ ভাৱাপন্ন কৰিবলৈ প্ৰয়াসী হয় সেই সাহিত্য আমি প্ৰতিক্ৰিয়াশীল বুলি আঁতৰাই থৈ মিলনৰ বাণীৰে আমি উভয়ে মিলি-জুলি মিলা প্ৰীতিৰে পৰস্পৰৰ সহযোগত অসমীয়া সমাজখনক সুস্থ, সবল আৰু স্বয়ংসম্পূৰ্ণ কৰি গতিশীল ৰূপ দিব লাগিব। এই বিষয়ৰ কৰ্ত্তব্যৰ প্ৰতি অতি বিনীত ভাৱে সাহিত্যিক, কবি, নাট্যকাৰ, অভিনেতা, কলাকাৰ সকলোকে আহ্বান জনাইছোঁ।

কলা-কৃষ্টিৰ ক্ষেত্ৰতো নতুন সাহিত্য ৰচনাৰ প্ৰয়োজন যে নাই এনে নহয়। স্বাভাৱিক প্ৰবচনৰ দ্বাৰা মানুহে অন্তৰৰ সকলো ভাৱ ব্যক্ত কৰা সম্ভৱ নহয়। তেনে ভাৱসমূহ কবিতাৰ লহৰ, গানৰ মূৰ্চ্ছনা, গীতৰ ঝঙ্কাৰ, নৃত্যৰ লয়লাস আৰু অভিনয়ৰ অভিব্যক্তিৰ মাজেদি প্ৰকাশ পায়। এনেকুৱা সাহিত্যৰ প্ৰচুৰতা সম্বন্ধে চিন্তা কৰিবৰ অৱকাশ আছে।

বৰ্ত্তমানে আমাৰ নাট্যজগতত এটি নিৰৱ বিপ্লৱৰ সূচনা হৈছে। নটৰাজ, পূৰ্ব্বজ্যোতি, সুৰদেৱী আদি ভ্ৰাম্যমান থিয়েটাৰ সমূহৰ

প্ৰচেষ্টাত সেই বিপ্লৱে ক্ৰমে ৰূপ লবলৈ ধৰাটো আমাৰ চকুত পৰিছে। আমি সেই অনুষ্ঠান সমূহৰ প্ৰচেষ্টাৰ প্ৰতি ওলগনি জনাইছোঁ। লগে লগে সেইবিলাকৰ পূৰ্ণতাও কামনা কৰিছোঁ; কিন্তু লগতে এইটো উল্লেখযোগ্য যে সেইসকলৰ নাটক বাছনি উন্নত কৰাৰ থল আছে। তাৰ বাবে সেইসকলক আমি দোষ দিব খোজা নাই। অসমীয়া সাহিত্যত যুগৰ প্ৰয়োজন অনুসৰি মঞ্চোপযোগী নাটকৰ অভাৱেই তাৰ মূল কাৰণ। নাট্যকাৰসকললৈ নিবেদন, এই অভাৱ দূৰ কৰিব লাগে। তাৰ বাবে আমাৰ সাহিত্য সভাৰ ফালৰ পৰা পুৰস্কাৰ আদিৰো ব্যৱস্থা হ'ব লাগে। আমি যি ভাৱত এইখিনি কথাৰ উল্লেখ কৰিছোঁ, আশা কৰোঁ আমাৰ সহৃদয় সাহিত্যিক আৰু নাট্যকাৰসকলে ঠিক সেই ভাৱতে এইখিনি কথা গ্ৰহণ কৰিব।

আমাৰ প্ৰাচীন সাহিত্যৰাজি উৰলি যাবলৈ উপক্ৰম কৰা পেড়াৰ ভিতৰৰ পৰা উলিয়াই আনি জনতাৰ মাজত প্ৰচাৰ কৰাৰ বাবে স্বৰ্গীয় হৰিনাৰায়ণ দত্তবৰুৱা আৰু লগতে তেখেতৰ পূৰ্ব্ব আৰু উত্তৰগামী লোকসকলে এই ক্ষেত্ৰত যি অৱদান যোগাই গ'ল তাৰ বাবে তেখেত-সকল সদায় অসমীয়া জাতিৰ কৃতজ্ঞতাৰ পাত্ৰ হৈ থাকিব। আজি এই পবিত্ৰক্ষণত তেখেতসকলক কৃতজ্ঞতাৰে স্মৰণ কৰিছোঁ।

পূজ্য আচাৰ্য্য বিনোৱা ভাবেই যেতিয়া অসমত পদযাত্ৰা কৰি ফুৰিছিল, সেই সময়ত তেখেতৰ লগত দেখা সাক্ষাৎ প্ৰসঙ্গত তেখেতে সদায়ে অনুশোচনা সুৰত কৈছিল যে "নামঘোষা", "বৰগীত" আদি অমূল্য গ্ৰন্থ সমূহে কিয় সৰ্ব্বভাৰতীয় সাহিত্যৰ ভঁৰালত ঠাই পোৱা নাই? তাৰ উত্তৰত তেখেতেই কৈছিল যে লিপিৰ অসুবিধাৰ কাৰণে সেই সাহিত্য সমূহে বাহিৰৰ মানুহৰ দৃষ্টি আকৰ্ষণ কৰিব নোৱাৰা-টোৱেই তাৰ মূল কাৰণ আৰু সেই কাৰণে তেখেতে নিজেই "নামঘোষা"ৰ সাৰ সংগ্ৰহ কৰি "নামঘোষা সাৰ" নামে পুথিখনি



দেৱনাগেৰী লিপিত প্ৰকাশ কৰি প্ৰচাৰ কৰিছে। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ পিচতেই পূজ্য বিনোৱাজীয়ে মহাপুৰুষীয়া ধৰ্ম্ম আৰু সাহিত্য সম্পৰ্কে অসমৰ বাহিৰত প্ৰচাৰৰ ব্যৱস্থা গ্ৰহণ কৰাত অসমীয়া ৰাইজ তেখেতৰ ওচৰত কৃতজ্ঞ নহৈ নোৱাৰে।

অসম সাহিত্য সভাৰ ফালৰ পৰা শ্ৰীশ্ৰীভট্টদেৱৰ "কথা ভাগৱত" হিন্দী লিপিত প্ৰকাশৰ সিদ্ধান্ত এসময়ত বোধকৰো লৈছিল; কিন্তু কাৰ্য্যত সেই বিষয়ে আগনবঢ়াটো পৰিতাপৰ কথা। অসম সাহিত্য সভাৰ ফালৰ পৰা এই বিষয়ত যথেষ্ট তৎপৰতা আমি কামনা কৰো। ঠিক তেনেদৰে বাল্মিকীৰামায়ণ আৰু ব্যাসকৃত মহাভাৰতৰো সংস্কৃতৰ মূল গ্ৰন্থৰ বিশ্বস্ত অনুবাদ প্ৰকাশৰ দায়িত্ব গুৱাহাটী বিশ্ববিদ্যালয়ৰ ওপৰত ন্যস্ত কৰা হৈছিল; কিন্তু সেই কামো আধৰুৱা হৈ থকাত অসন্তোষ অনুভৱ কৰা স্বাভাৱিক। এইবিলাক বিষয়ৰ তৎপৰতা আমি আশা কৰিছো।

সংস্কৃতৰ লগত অসমীয়া ভাষাৰ উন্নয়ন ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে। ক্ৰমে ক্ৰমে সংস্কৃত শিক্ষাৰ চৰ্চ্চাত যি অৱহেলা পৰিলক্ষিত হৈছে তাৰপৰা অসমীয়া সাহিত্যৰ সৌষ্ঠৱ সমৃদ্ধি বৃদ্ধিৰক্ষেত্ৰত বাধা সৃষ্টি হব পাৰে বুলি, সন্দেহ ক্ৰমে ক্ৰমে ঘনীভূত হৈ আহিছে। সংস্কৃত শিক্ষাৰ প্ৰতি বিশেষ মনোযোগ দি সংস্কৃত সাহিত্যৰ প্ৰতি অনুৰাগ সৃষ্টি কৰিবলৈ সাহিত্য সভা আৰু চৰকাৰৰ ফালৰ পৰা বিশেষ চেষ্টা হোৱা উচিত বুলি আমি বিবেচনা কৰো। বেদ আৰু উপনিষদৰ অসমীয়া অনুবাদে আমাৰ দেশৰ সংহতিৰ ক্ষেত্ৰত বিশেষ সহায় হব বুলি বিশ্বাস কৰো। সেই বিষয়েও সুধী সাহিত্যিক-সকলৰ দৃষ্টি আকৰ্ষণ কৰিছো।

শিশু সাহিত্যৰ ক্ৰমবিকাশৰ লগত অসমীয়া সাহিত্য আৰু

সমাজৰ উন্নতি নিৰ্ভৰশীল। আমাৰ শিশু সাহিত্য শিশু অৱস্থাতেই আছে। তাৰো বিকাশৰ প্ৰয়োজন। সাহিত্য সভাৰ ফালৰ পৰা এটি শিশু সাহিত্য বিভাগ খুলি যাতে শিশু সাহিত্যৰ পৰিপুষ্টি সাধন সম্ভৱ হৈ উঠে তাৰ বাবে সক্ৰিয় কাৰ্য্যপন্থা গ্ৰহণ কৰিবলৈ সমাগত সাহিত্যসেৱীসকললৈ নিবেদনৰ শৰাই আগবঢ়াইছো।

অসমীয়া সাহিত্যৰ মহান ঐতিহ্যৰ প্ৰতি আমি সম্মান জনাইছো; কিন্তু অতীতৰ গৌৰৱ কাহিনীয়ে আমাক চিৰদিনে প্ৰাণৱন্ত আৰু শক্তিমন্ত কৰি ৰাখিব নোৱাৰে। অতীতৰ গৌৰৱ সোঁৱৰণ কৰি তাৰ দ্বাৰা অনুপ্ৰাণিত হৈ বৰ্ত্তমান আৰু ভৱিষ্যত নিৰ্ম্মাণৰ ক্ষেত্ৰত আমি অগ্ৰসৰ হব লাগিব।

আমি বৰ্ত্তমানে এটা গতিশীল যুগত বাস কৰিছোঁ। এই যুগত ঘটনাৱলীয়ে মনতকৈও বেছি বেগাই আগবাঢ়িছে। বিজ্ঞানৰ আবিষ্কাৰ সমূহে আমালৈ নতুন যুগৰ ইঙ্গিত বহন কৰি আনিছে। সেই ইঙ্গিতৰ আঁত লৈ আমি আমাৰ সাহিত্যক নতুন সাজ-পাৰেৰে সজাই বৰ্ত্তমানৰ উপযোগী সাহিত্যলৈ ৰূপায়িত কৰিব লাগে। তাৰ বাবে সৃজনীশক্তি, কল্পনা আৰু অনুভৱশীলতাৰ প্ৰয়োজন। সেই প্ৰয়োজন স্বীকাৰ কৰি লৈ আমাৰ সাহিত্যক শ্ৰীমন্ত কৰি তুলিব লাগিব।

বিশ্ববিদ্যালয় সমূহে আঞ্চলিক ভাষাকে শিক্ষাৰ মাধ্যম হিচাবে গ্ৰহণ কৰা সিদ্ধান্তই শিক্ষা আৰু সাহিত্যৰ ক্ষেত্ৰত এটা জটিলতাৰ সৃষ্টি কৰিব পাৰে। তেনে জটিলতাৰ বা-বতাহক নিয়ন্ত্ৰণ কৰি তাৰ পৰা সৃষ্টি হব পৰা ধুমুহাক আয়ত্তাধীন কৰি তেনে ব্যৱস্থাৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰি অসমীয়া সাহিত্যৰ নতুন বেদী ৰচনা কৰিব লাগিব। এই প্ৰচেষ্টাত পৃষ্ঠভঙ্গ দিবলৈ হলে আমি লাজত অধোবদন হব লাগিব। যাতে তেনে পৰাজয়ৰ গ্লানিয়ে আমাক স্পৰ্শ কৰিব নোৱাৰে তাৰ বাবে অসমীয়া লেখকসকল প্ৰস্তুত হব লাগিব। অতীতত অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ বিৰুদ্ধে হোৱা সকলো ৰকমৰ আক্ৰমণত আমি জয়ী হৈছো আৰু তেনে আক্ৰমণৰ বিৰুদ্ধে সংগ্ৰাম কৰি সেই আক্ৰমণ প্ৰতিহত কৰাৰ গৌৰৱ অসমৰ সাহিত্যিক আৰু সাহিত্যসেৱীসকলৰ অৱশ্যে প্ৰাপ্য; কিন্তু ভৱিষ্যত-কালত আমি যি আহ্বানৰ সন্মুখীন হব লাগিব তাতো আমি জয়ী হব লাগিব।



বাতৰি কাকত আৰু আলোচনীৰ ক্ষেত্ৰটো "জোনাকী" যুগৰ পৰাই যি পুলিজুপি ৰোৱা হৈছিল সেই পুলিজুপিও ক্ৰমে ক্ৰমে ডাল-পাত মেলি ফলে-পুষ্পে সৌৰভিত হৈ উঠিছে। উপযুক্ত আপডাল আৰু ৰক্ষণাবেক্ষণত সেইজুপিয়ে ঠন ধৰি তাৰ ছত্ৰ-ছায়াত লাখ লাখ পথিকক শান্তি আৰু সন্তোষ প্ৰদান কৰিব।

শ্ৰীমন্ত শঙ্কৰদেৱৰ "এক শৰণ" ধৰ্ম্মৰ কেন্দ্ৰভূমি আৰু বৈষ্ণৱ সংস্কৃতিৰ প্ৰধান ক্ষেত্ৰ বৰপেটাত বহা এই অধিবেশন সৰ্ব্বতোপ্ৰকাৰে সাৰ্থক হক তাকেই আমি প্ৰণতিপূৰ্ব্বক কল্পতৰু গুৰুৰ চৰণত প্ৰাৰ্থনা জনাইছো।

চুটিকৈ কবলগীয়া কথাখিনি কওতে অলপ দীঘলীয়া হোৱা বুলি আমাৰ শঙ্কা হৈছে; কিন্তু মনত পৰা কথাখিনি দাঙি নধৰিলেও কৰ্ত্তব্যভ্ৰষ্ট হোৱা বুলি ভয়ে ভয়ে আপোনালোকৰ বিচাৰৰ বাবে সেইখিনি নিবেদন কৰা হৈছে। তেনে কৰাত যিখিনি ধৃষ্টতা প্ৰকাশ পাইছে তাৰ বাবে ক্ষমা বিচাৰিছো।

সামৰণিত পুনৰ আমাৰ বঢ়া-টুটা, দোষ-ক্ৰুটী সকলোৰে বাবে মাৰ্জনা বিচাৰিছো। আমাৰ অনিচ্ছাকৃত সকলো দায়-দোষ নিজগুণে মৰিষণ কৰে যেন। আপোনালোকৰ কাৰ্য্য-স্নচী মতে কাম হাতত

লবলৈ প্ৰাৰ্থনা জনাই অভ্যৰ্থনা সমিতিৰ হৈ আপোনালোকৰ প্ৰতি সেৱা আগবঢ়াই আমাৰ কথাখিনি ইয়াতে সামৰিলো।

নোহো জানা আমি চাৰিজাতি চাৰিও আশ্ৰমী নোহো আমি
নোহো ধৰ্ম্মশীল দানব্ৰত তীৰ্থগামী ।
কিন্তু পূৰ্ণানন্দ-সমুদ্ৰৰ গোপী-ভৰ্ত্তা-পদ-কমলৰ
দাসৰ দাস তান দাস ভৈলো আমি ॥

জয়তু চিৰচেনেহী ভাষা জননী!

বৰপেটা
৮ ফেব্ৰুৱাৰী, ১৯৬৯

মহেন্দ্ৰমোহন চৌধুৰী



# অসম সাহিত্য সভা

## ষট্‌ত্ৰিংশ বাৰ্ষিক অধিবেশন: বৰপেটা

## *সভাপতিৰ নিবেদন*

(১)

## ভাৰতীয় সাহিত্যৰ ধাৰা

অভ্যৰ্থনা সমিতিৰ সভাপতি মহোদয় প্ৰমুখ্যে সদৌ বৰপেটীয়া ৰাইজ, প্ৰতিনিধিসকল আৰু সভাত উপস্থিতসকল,

আমাৰ পূৰ্ব্বাপৰ ৰীতিমতে ঘৰত কিবা সকাম-নিকাম হলে গোটখোৱা সমূহ লোকৰ আগত আঁঠু লৈ গৃহস্থজনে সম্বোধন কৰে "প্ৰভুসকল" বুলি। ইয়াৰ তাৎপৰ্য্য এয়ে যে নিজৰ গুৰুজন যেনেকুৱা শ্ৰদ্ধাৰ পাত্ৰ সমবেত সকলোবিলাক তেনেকুৱা শ্ৰদ্ধাৰ গৰাকী। আপোনাসৱক তদ্‌নৰূপ শ্ৰদ্ধাৰে নমস্কাৰ কৰিছোঁ।

আমাৰ সংস্কৃতিয়ে চাৰিটি কথাৰ প্ৰতি গুৰুত্ব দিছে—নাম, দেউ, গুৰু, ভকত। অৰ্থাৎ আমাৰ যি জন দেৱ, যাক আমি পৰমেশ্বৰৰ সৈতে একে বুলি ভাৱো তেওঁৰ নাম লোৱা আমাৰ প্ৰথম কৰ্ত্তব্য। সেই দেৱজনক দেখুৱাই দিয়ে গুৰুৱে। এতেকে গুৰুজনো দেৱৰ সৈতে একে। গুৰু হলেই ভকত লাগে। কাৰণ ভকত নাইকিয়া অকলশৰীয়া এজন লোক গুৰু হ'ব নোৱাৰে। গতিকে সৰ্ব্বশেষ বা সৰ্ব্বপ্ৰথমতে সেই ভকতসকলহে প্ৰধান; যাৰ লগত এক হৈ আমি এক মহান লক্ষ্যৰ ফালে আমাৰ জ্ঞান-বুদ্ধি-শ্ৰদ্ধা-ভক্তিৰ শৰাই-সঁফুৰা আগবঢ়াও। বহু হাজাৰ বছৰৰ আগৰে পৰাই আমাৰ আদি পুৰুষসকলে প্ৰশ্ন কৰিছিল কোন সেই দেৱ, আমি কাক আমাৰ হবি প্ৰদান কৰিম? উত্তৰ বিচাৰি পালে: যি আত্ম দান কৰে, বল দান কৰে, যাক সমস্ত বিশ্বই উপাসনা কৰে তেওঁকেই দিয়াঁ।

সেই 'তেওঁৰ' একো নাম নাই, অব্যক্ত; কিন্তু মানুহে তেওঁক আবিষ্কাৰ কৰিলে শব্দ-ধ্বনিৰ মাজত। আদিম সূৰ্য্যৰ হিৰণ্যবৰ্ণৰ জেউতিত স্নান কৰি এদিন ভাৰতবৰ্ষৰ ঋষিয়ে ঘোষণা কৰিলে: ওপৰত চন্দ্ৰবিন্দু থকা ওঁ আখৰটোকে যোগীসকলে ধ্যান কৰে। তাৰ মাজতে সৃষ্টিৰ সকলো কামনা আছে আৰু তাতেই মোক্ষবস্তুও আছে। সৃষ্টি আৰু স্ৰষ্টাৰ সম্পূৰ্ণ পৰিচয় লুকাই থোৱা এই শব্দকেই ভাৰতবাসীয়ে শব্দব্ৰহ্ম বুলি স্বীকাৰ কৰিলে। বাইবেলেও একেই সুৰত কলে: সৃষ্টিৰ আদিতে আছিল শব্দ, সেই শব্দ আহিছিল ঈশ্বৰৰ পৰা আৰু সেই শব্দই আছিল ঈশ্বৰ।

শব্দব্ৰহ্ম স্বৰূপ সৃষ্টিৰ আদিক নমস্কাৰ কৰিছোঁ।

অসম সাহিত্য সভাৰ আজি ত্ৰিশষষ্ঠ অধিবেশন আৰম্ভ হৈছে। ইং ১৯১৭ চনতে আৰম্ভ হোৱা এই মহাসভাৰ ৩৫ টি বাৰ্ষিক অধিবেশন হৈ গ'ল। অসমীয়া সাহিত্য জগতৰ যি সকল মনীষীয়ে এই পৱিত্ৰ আসন অলঙ্কৃত কৰি গ'ল সেইসকলৰ প্ৰতি শ্ৰদ্ধা জনাইছোঁ। যি খন আসনত এদিন গোহাঞিবৰুৱা, সাহিত্যৰথী বেজবৰুৱা, পণ্ডিত হেমচন্দ্ৰ গোস্বামী, চন্দ্ৰধৰ বৰুৱা, সাহিত্যৰত্ন, দাৰ্শনিক কমলাকান্ত ভট্টাচাৰ্য্য, কনকলাল বৰুৱা, যতীন্দ্ৰ দুৱৰা, ৰজনীকান্ত বৰদলৈ, দেশভক্ত তৰুণৰাম ফুকন, বেণুধৰ ৰাজখোৱা, ৰঘুনাথ চৌধুৰী, অম্বিকাগিৰী আদি চিৰনমস্য সাহিত্যিকবৃন্দ বহি গ'ল সেইহেন এখন আসনত এই নিঃকিন অভাজনক বহুৱাই সাহিত্যপ্ৰেমী অসমীয়া ৰাইজে যি চেনেহ দেখুৱালে তাৰ প্ৰতিদান দিবলৈ আমাৰ আন একো সমল নাই, আছে শ্ৰদ্ধাৰে পৰিপূৰ্ণ এখন হিয়া উবুৰিয়াই দিয়া এটি সেৱা।

নিঃকিনৰ সেৱাটি গ্ৰহণ কৰক।

যি খন বৰপেটা চহৰত এদিন মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আৰু শ্ৰীদামোদৰদেৱ সন্মিলিত হৈছিল, য'ত অনন্ত কালক সাক্ষী দিবলৈ এটি পৰম পৱিত্ৰ কীৰ্ত্তনঘৰ আছে, হৰিনামৰ অমৃত



ধ্বনিয়ে যি ঠাইৰ আকাশ মুখৰিত কৰি আছে; এনেহেন এখন পুণ্যতীৰ্থত আজি অসমীয়া সাহিত্যৰ সেৱা কৰিবলৈ পোৱা আমাৰ পৰম সৌভাগ্যৰ কথা। অসমীয়া সংস্কৃতিৰ মণিকূট স্বৰূপ এই পৱিত্ৰধামৰ জন্ম দিওতা সেই মহাপুৰুষসকলৰ অমৰ-জ্যোতিয়ে আমাক বিকশিত কৰক।

মহামানৱৰ মিলন তীৰ্থ, পৃথিবীৰ ভিতৰত আটাইতকৈ পুৰণি ভাৰতবৰ্ষই আমাৰ দেশ। আমি ভাৰতবাসী। আজিৰ যুগত পৃথিবীয়ে যি খন ভাৰতবৰ্ষ দেখিছে, এই নৰ ভাৰতৰ অভ্যুদয়ত থিয় দি আছে হাতত এডাল লাখুটী লৈ, অৰ্দ্ধনগ্ন সৰ্ব্বত্যাগী মহামানৱ গান্ধী। যি জনৰ প্ৰেম, অহিংসা আৰু মৈত্ৰীৰ বাণীয়ে ঘৃণা, হিংসা আৰু কপটতা ধ্বংস কৰি মানৱধৰ্ম্মৰ ভেঁটি চিকুণাই থৈ গ'ল, জাতিৰজনক সেই মহাত্মাৰ উদ্দেশ্যে এটি প্ৰণিপাত। যি জনৰ মহান নেতৃত্বত ভাৰতবৰ্ষই বিচাৰি পালে গৌৰৱৰ এখন বিজয় ধ্বজা—ত্ৰিৰঙ্গ; সেই ত্ৰিৰঙ্গ ধ্বজা পৃথিবীৰ সৰ্ব্বোচ শিখৰ এভাৰেষ্টত উৰি ঘোষণা কৰিছে মহাভাৰতৰ বিজয়বাৰ্ত্তা।

আহক, আজি মহাত্মা গান্ধীৰ জন্ম শত বাৰ্ষিকীৰ বছৰ এই ১৯৬৯ চনৰ আৰম্ভণিৰ পৰাই আমি সকলো বিভেদ পাহৰি সমবেত হওঁ আমাৰ গৌৰৱ ধ্বজাৰ তলত। অনুসৰণ কৰোঁ সেই পথ, যি পথেদি গলে আমি বিশ্বৰ আদি, বিশ্বৰ বন্দনীয় আৰু নিখিলৰ ভয় হৰণ কৰা ভাৰতবৰ্ষখন পৰিষ্কাৰ ৰূপে আকৌ দেখা পাম। পূবে ব্ৰহ্মকুণ্ড বা পৰশুকুণ্ডৰ পৰা আৰম্ভ কৰি পশ্চিমত দ্বাৰকালৈকে আৰু উত্তৰে হিমালয়ৰ পৰা আৰম্ভ কৰি দক্ষিণৰ কন্যাকুমাৰিকালৈকে এই বিৰাট দেশখনৰ মহান ঐতিহ্যপূৰ্ণ এটি মাত্ৰ নাম—ভাৰতবৰ্ষ। ভাৰতবৰ্ষৰ ঐতিহাসিক যুগ আৰম্ভ হোৱাৰ ঢলপুৱাত অনাৰ্য্যসকলৰ লগত আৰ্য্যসকলৰ মতভেদ, বিবাদ-খৰিয়াল আৰু যুদ্ধ-বিগ্ৰহ হৈছিল। এই সংঘৰ্ষৰ ফলত আৰ্য্যসকলৰ মাজত এটা কটকটীয়া ঐক্যবোধ আহিল আৰু তেওঁবিলাকৰ ৰাষ্ট্ৰনীতি, সংস্কৃতি আৰু জীৱনৰ লক্ষ্য

সমূহীয়া ভাৱে এটা শক্তিশালী গোটত পৰিণত হ'ল। ইয়াতেই জাতীয়তাবাদৰ জন্ম! এয়া নিচেই কমেও ৩৫০০ বছৰৰ আগৰ কথা। তেনেকুৱা আৰ্য্যসকলৰে এটি গোষ্ঠীৰ এজন বীৰ আছিল তেওঁৰ নাম ভৰত। তেওঁৰ নেতৃত্ব, দিগ্বিজয়ী আৰ্য্যসকলে বৰণ কৰিলে আৰু তেওঁকেই অভিষিক্ত ৰজা পাতিলে। প্ৰাচীন সাহিত্যত সেই অভিষেক উৎসৱৰ বহল আৰু উত্তম বৰ্ণনা আছে। ইয়াতেই অশ্বমেধ যজ্ঞৰ আৰম্ভ। অশ্ব (ঘোঁৰা) ৰাজশক্তিৰ প্ৰতীক। এই শক্তিমান ৰজাজনৰ নেতৃত্বত গঢ়ি উঠা বিশাল ভাৰতবৰ্ষৰ নৈয়ে নৈয়ে বৈ গ'ল মানৱ সভ্যতাৰ অমৃতলহৰী বৈদিক সাহিত্যৰ ধ্বনি তৰঙ্গ। সেয়েহে আজিও আমি গঙ্গা, যমুনা, গোদাবৰী, সৰস্বতী, নৰ্ম্মদা, সিন্ধু, কাবেৰী আদিক সুঁৱৰি থাকোঁ। এতিয়াও আমি মৃতদেহ সৎকাৰ কৰিবলৈ এফেৰা মাটি চাৰি চুকে চাৰিটা তামৰ পইচা দি ভৰতৰ পৰা কিনি লওঁ। কাৰণ এইখন ভাৰতবৰ্ষ; ইয়াৰ জন্মদাতা ভৰত।

ভাৰতীয় সংস্কৃতিৰ ঐক্যবোধ আৰু সনাতন ৰূপটো ইয়াতেই ওলাই পৰে! প্ৰাচীন ভাৰতীয় ৰাষ্ট্ৰনীতিত ৰাজ্যক নমস্কাৰ কৰা এটি বাক্য আছে। ৰাজ্যৰ লগত জনগণৰ মন আৰু লক্ষ্য অভিন্ন আছিল। সেই হেতুকে প্ৰত্যেকজনে ৰাজ্যক এই বুলি নমস্কাৰ কৰিছিল।

**অৰ্থ ধৰ্ম্মাৰ্থ ফলায় ৰাজ্যায় নমঃ**

ধৰ্ম্ম মানে সকলো সংস্কৃতিৰ বিকশিত ৰূপটো আৰু অৰ্থ মানে জনগণ, এই অৰ্থত ধৰ্ম্ম আৰু অৰ্থ স্বৰূপ ফল লগা ৰাজ্য-স্বৰূপ বৃক্ষজোপাক নমস্কাৰ কৰা হৈছিল। আমিও একে সুৰতে আমাৰ এই মহান ৰাষ্ট্ৰক নমস্কাৰ কৰিছোঁ।

এই ভাৰতবৰ্ষৰ সাহিত্য-সম্পদৰাজিৰ বিষয়ে শ্ৰীঅৰবিন্দই কৈছে :

"বেদ আৰু উপনিষদসমূহ, মহাভাৰত আৰু ৰামায়ণৰ বিৰাট কায়, কালিদাস, ভৱভূতি, ভৰ্ত্তৃহৰি, জয়দেৱ আৰু ভাৰতীয় নাট, কবিতা, ধৰ্ম্মপদ আৰু জাতকবিলাক, পঞ্চতন্ত্ৰ, তুলসীদাস, বিদ্যাপতি, চণ্ডিদাস, নানক, কবীৰ, মীৰাবাঈ ইত্যাদি— এই সকলোবিলাকৰ মাজত অতি উন্নত, অতি বিকশিত মহান প্ৰতিভাৰ পোহৰ জিলিকি আছে। এই সকলোবিলাকৰ আঁৰত এখন দেশৰ মানসিক উৎকৰ্ষ আৰু সূক্ষ্ম দৃষ্টিৰ এক মহান আৰু সদায় উল্লেখযোগ্য স্থান নিহিত হৈ আছে। মানৱ সভ্যতাৰ ইতিহাসে এই স্থান এতিয়াও অতিক্ৰম কৰি যাব পৰা নাই।"



বেদৰ মন্ত্ৰবিলাকেই বিশ্বৰূপাগ্নিৰ কেঁচাসোণ বৰণীয়া শিখা আৰু এই শিখাৰ মাজতে শাশ্বত কালৰ ৰহস্যপূৰ্ণ শতদল পদ্মপাহি জিলিকি আছে। এয়েই পৃথিবীৰ প্ৰথম সাহিত্য সৃষ্টিৰ প্ৰেৰণাৰ উৎস। বৈদিক মন্ত্ৰবিলাকৰ মাজত থকা একো একোটি শব্দৰ পৰাই পৰৱৰ্ত্তীকালত দাৰ্শনিক দৃষ্টিৰ জন্ম হ'ল। এটি শব্দ চাওক, 'তটস্থ'। পানী যুৰলিত থকা এজোপা গছৰ ছাঁটো পানীত পৰে। যেতিয়া বতাহৰ বা লাগি পানী ঢৌৱে কোবায়, তেতিয়া সেই গছৰ ছাঁটো ভাগি-ছিগি টুকুৰা-টুকুৰ হৈ যোৱা যেন দেখি; কিন্তু পানীৰ তটস্থ গছজোপাৰ পাত এখিলাও নলৰাকৈ আগৰ দৰেই থিয় দি থাকে। গতিকে ছাঁটোৰ কম্পনটো মিথ্যা—মায়া মাত্ৰ। এনেকুৱা আলোচনা-সমালোচনা আদিৰ পৰাই উপনিষদৰ যুগ আৰম্ভ হ'ল। অৰণ্যে অৰণ্যে জ্ঞানান্বেষী, ব্ৰহ্মচৰ্য্য ব্ৰতধাৰী, নিপোটল, স্বাস্থ্যৱান, প্ৰসন্নবদন শিষ্যসকলৰ সৈতে ঋষিসকলে আশ্ৰম সৃষ্টি কৰিলে। এই আশ্ৰম-বিলাকেই ভাৰতবৰ্ষৰ দৰ্শন, কাব্য, পুৰাণ, ব্যাকৰণ, আয়ুৰ্ব্বেদ, ধনুৰ্ব্বেদ আদি কালজয়ী সাহিত্য মানৱ সমাজক দান কৰি গ'ল আৰু ইয়াৰ পৰাই আসমুদ্ৰ ভাৰতবৰ্ষ বিশ্বৰ জননী ৰূপে সংস্থাপিতা হ'ল।

কৃষি, বাণিজ্য, গন্ধৰ্ব্ব বিদ্যা, চিকিৎসা বিজ্ঞান, অৰ্থনীতি, কাব্য, ব্যাকৰণ, দৰ্শন-উপনিষদৰ বিস্তৃতিয়ে আৰ্য্য সভ্যতাৰ অতি উজ্জ্বল পোহৰ পৃথিবীক দান দিলে। এই বিস্তৃতিৰ ফলত

বিভিন্ন পণ্ডিতৰ বিভিন্ন মতৰ মাজত তৰ্কশাস্ত্ৰৰো সৃষ্টি হ'ল। ন্যায় মীমাংসাৰ বিচাৰ হ'ল। ভাষা পৰিমাৰ্জিত কৰিবলৈ অলঙ্কাৰ শাস্ত্ৰ ওলাল ইত্যাদি, ইত্যাদি।

একৰ পৰা বহুৰ সৃষ্টি হ'ল। ওঠৰখন পুৰাণৰ হৃদয়গ্ৰাহী, মনোগ্ৰাহী সাহিত্যই এই বিৰাট ভাৰতবৰ্ষখনৰ কল্পনাৰাজ্যত বহুমুখী প্ৰতিভাৰ আলোক বিস্তাৰ কৰিলে। ইয়াৰ প্ৰভাৱ সংস্কৃত, পালি, প্ৰাকৃত সকলোতে পৰিল। দৰাচলতে সেই পুৰাণবিলাকেই সাহিত্যৰ সৌৰভ বিলাই দিলে। বৈষ্ণৱসকলৰ মূল গ্ৰন্থ ভাগৱতো এখন পুৰাণ। এই ভাগৱতত থকা শ্ৰীকৃষ্ণৰ অনন্ত গুণৰাশিৰ কাব্যময়, ৰসময় বৰ্ণনাৰ মাজেদিয়েই সমগ্ৰ ভাৰতবৰ্ষত কৃষ্ণ প্ৰেমৰ নীলযমুনা ধাৰা বৈ গ'ল। পশ্চিমীয়া পণ্ডিতসকলে এই ভাগৱতক "স্বৰ্গীয় সঙ্গীত" আখ্যা দিছে। প্ৰাচীন কালত জ্ঞান আহৰণ কৰিবলৈ জ্ঞান-পিপাসু মনীষীসকল দেশে দেশে ঘূৰি ফুৰিছিল। কাৰণ, তেতিয়া আজিৰ যুগৰ দৰে পুথি-পাঁজি সহজলভ্য নাছিল। আমি সকলোৱেই জানো খৃষ্টীয় সপ্তম শতিকাত মহাচীনৰ পৰা পৰিব্ৰাজক হিউৱেনচাং ভাৰতবৰ্ষলৈ আহি শ শ পুথি সংগ্ৰহ কৰি নিছিল। ৫৬৭ খন সংস্কৃত গ্ৰন্থ অনুবাদ কৰি ভাৰতবৰ্ষৰ জ্ঞানৰ ভাণ্ডাৰ বেদ-বেদান্ত, দৰ্শন-উপনিষদৰ চিন্তাধাৰাৰে চীনা সাহিত্য সমৃদ্ধ কৰিছিল।

অসমীয়া ভাষাত ঋগ্বেদৰ দৰে প্ৰাচীনতম মহাগ্ৰন্থৰ অনুবাদ নাই। বঙ্গদেশৰ মনীষী স্বৰ্গীয় ৰমেশচন্দ্ৰ দত্তৰ বঙ্গানুবাদ ঋগ্বেদ-সংহিতা বঙলা সাহিত্যৰ এখন অমূল্য গ্ৰন্থ। মহাপণ্ডিত ভাষাতত্ত্ববিদ, পৰম শ্ৰদ্ধেয় ডঃ সুনীতিকুমাৰ চট্টোপধ্যায়দেৱে এই গ্ৰন্থত এটি ভূমিকা লেখি বৈদিক সাহিত্য অধ্যয়নৰ অনেক সৰল সহজ উপায় দেখুৱাইছে। ঋগ্বেদৰ দশম মণ্ডলৰ ৭১ সূক্তত জ্ঞানক দেৱতা আখ্যা দিয়া হৈছে। জ্ঞান আহৰণৰ প্ৰথম আৰু প্ৰধান উপায় ভাষা। পৃথিৱীত মানৱ সভ্যতা যি সময়ত কেচুৱা অৱস্থাত আছিল, সেই সময়ত, আজিৰ পৰা কেবাহাজাৰো বছৰৰ আগেয়ে



ঋগ্বেদে ভাষা সম্পৰ্কে এইদৰে কৈছে:

"বালকে পোন প্ৰথমে বস্তুৰ নামটো মাত্ৰ ক'ব পাৰে" সেয়ে সিহঁতৰ ভাষাশিক্ষাৰ প্ৰথম সোপান সিহঁতৰ যিখিনি উৎকৃষ্ট আৰু নিৰ্দোষ জ্ঞান হৃদয়ৰ নিগূঢ় স্থানত সঞ্চিত হৈ আছিল, সেইখিনি বাক্‌দেৱীৰ কৃপাত লাহে লাহে প্ৰকাশ পাবলৈ ধৰে। যেনেকৈ চালনীৰে চালি পিঠাগুৰি পৰিষ্কাৰ কৰা হয়, তদ্ৰূপ বুদ্ধিমানসকলে বুদ্ধিৰ বলত পৰিষ্কৃত ভাষা প্ৰস্তুত কৰিছে। সেই ভাষাত বন্ধুগণে বন্ধুত্ব, অৰ্থাৎ বিস্তৰ উপকাৰ প্ৰাপ্ত হয়। তেওঁবিলাকৰ বচন ৰচনাত অতি চমৎকাৰ লক্ষ্মী সংস্থাপিত হৈ থাকে। বুদ্ধিমানগণে যজ্ঞৰ দ্বাৰা ভাষাৰ পথ বিচাৰি পায়। ঋষিসকলৰ অন্তঃকৰণৰ ভিতৰত যি ভাষা সংস্থাপিত হৈ আছিল, সেইখিনি তেওঁবিলাকে পালে। সেই ভাষা আহৰণ কৰি তেওঁবিলাকে নানা ঠাইত বিস্তাৰ কৰিলে। সপ্তছন্দই সেই ভাষাতেই স্তৱ কৰে। কোনো কোনোৱে দেখিও কথাৰ ভাৱাৰ্থ গ্ৰহণ কৰিব নোৱাৰে আৰু কোনোৱে শুনিও নুশুনে। যেনেকৈ প্ৰেমপৰিপূৰ্ণা সুন্দৰ পৰিচ্ছদধাৰিণী ভাৰ্য্যাই আপোন স্বামীৰ আগত নিজ দেহ প্ৰকাশ কৰে; সেইদৰে বাক্‌দেৱীয়েও কোনো কোনো ব্যক্তিৰ আগত আত্মপ্ৰকাশ কৰে। পণ্ডিত সমাজত কোনো কোনো লোকৰ এনে প্ৰতিষ্ঠা হয় যে, তেওঁ উত্তমভাৱগ্ৰাহী, তেওঁক এৰি দিলে একো কাম নহয়। কোনোজন পুষ্প-ফলবিহীন অৰ্থাৎ অসাৰ বাক্য অভ্যাস কৰে, তেওঁৰ বাক্য কাল্পনিক মায়াময় গাভী মাত্ৰ। প্ৰকৃত গাখীৰতী গাই নহয়। বিদ্বান বন্ধুক যি জনে ত্যাগ কৰে, তেওঁৰ কথাত একো ফল নধৰে। তেওঁ যি কিবা শুনে, বৃথাই শুনে; তেওঁৰ সৎকৰ্ম্মৰ পন্থা অৱগত হ'ব নোৱাৰে। যিসকলৰ চকু আছে, কাণ আছে, এনেকুৱা বন্ধুগণে মনৰ ভাৱ ব্যক্ত কৰা বিষয়ত অসাধাৰণ হৈ উঠে' যি হ্ৰদৰ পানীত মুখ বা ডিঙিলৈকেহে নিমগ্ন হব পাৰি, সি যেনে অগভীৰ, কোনো কোনো ব্যক্তি তেনে

অগভীৰ। কোনোজন আকৌ স্নান কৰিবৰ উপযুক্ত সুগভীৰ হ্ৰদৰ দৰে। যেতিয়া অনেক স্তোত্ৰা একত্ৰ হৈ মনৰ ভাৱসমূহ হৃদয়ত আলোচনা কৰি অৱধাৰণ কৰিবলৈ প্ৰবৃত্ত হয়, তেতিয়া কোনো কোনো ব্যক্তিৰ একো জ্ঞান নজন্মে। কোনোজন আকৌ স্তোত্ৰজ্ঞ বুলি পৰিচিত হৈ সৰ্ব্বত্ৰ বিচৰণ কৰে। এনেকুৱা যিবিলাক লোকে ইহকাল, পৰকাল একোবে পৰ্য্যালোচনা নকৰে, তেওঁবিলাকে দোষাশ্ৰিত ভাষা শিক্ষা কৰি নিৰ্ব্বোধ ব্যক্তিৰ দৰে জীৱন কটায়। যশে মিত্ৰৰ দৰে কাম কৰে, ই সভাত প্ৰাধান্য প্ৰদান কৰে। তেনে যশপ্ৰাপ্ত হলে সকলো আহ্লাদিত হয়, কাৰণ যশৰ দ্বাৰা দুৰ্ণাম দূৰ হয়, অন্ন লাভ হয়, বলপ্ৰাপ্ত হোৱা যায়, নানা প্ৰকাৰে উপকৃত হোৱা যায়।”.........

যিখন ভাৰতবৰ্ষত মানসিক উৎকৰ্ষসাধন এনেদৰে হৈছিল সেই সাধনাৰ জিলিঙনিতে সমস্ত ভাৰতীয় ভাষা-সাহিত্য সমৃদ্ধ হৈ আহিছে। আমাৰ চিৰচেনেহী অসমীয়া ভাষাও এটা অতি পুৰণি ভাষা। নিচেই কমেও আমাৰ ভাষাৰ বয়স ১৫০০ বছৰ হব। অনেক পণ্ডিতে অসমীয়া ভাষা-সাহিত্যৰ ইতিহাস লেখি থৈছে আৰু বিবিধ প্ৰবন্ধ লেখিছে। আমি সেই বিষয়ত সময় ব্যয় কৰিব খোজা নাই। আমি মাত্ৰ ইমানকে জানি সন্তুষ্ট হোৱা উচিত যে, আজি যিখন সাৰ্ব্বভৌম স্বাধীন গণতান্ত্ৰিক ভাৰতবৰ্ষ গঠিত হৈছে এই ভাৰতবৰ্ষৰ সংবিধানে গ্ৰহণ কৰা ভাষা-সমূহৰ ভিতৰত আমাৰ অসমীয়া ভাষাও এটা ভাৰতীয় ভাষা।

ভাষা জীয়াই থাকে সাহিত্য সৃষ্টিৰ দ্বাৰা। সংস্কৃত ভাষাই পৃথিৱী জয় কৰিলে অকল সেই দেৱ ভাষাত থকা অমৰ সাহিত্য-ৰাজিৰ পৰা। এই একে কথাকে দোহাৰিবৰ প্ৰয়োজন নাথাকিলেও সাহিত্যপ্ৰেমী ৰাইজৰ বিদিতাৰ্থে পণ্ডিতপ্ৰৱৰ ডক্টৰ সুনীতি কুমাৰ চট্টোপাধ্যায় মহোদয়ৰ কথাৰেই জানিবলৈ মন গৈছে ঃ



“কলিকতাত এচিয়াটিক চোচাইটিৰ প্ৰতিষ্ঠাতা স্যাৰ উইলিয়াম জন্সে ১৭৮৯ খৃষ্টাব্দত কালিদাসৰ “অভিজ্ঞান শকুন্তলম”ৰ ইংৰাজী অনুবাদ কৰিলে আৰু অতি অলপ কালৰ ভিতৰতে এই শ্ৰেষ্ঠ ৰস ৰচনাই ইউৰোপৰ চিত্ত জয় কৰিলে। জাৰ্ম্মান কবি-দাৰ্শনিক গেটেই ইয়াৰ প্ৰশস্তি ৰচনা কৰিলে।” ইংৰাজী বিশ্বকোষ এন্-চাইক্ল’পেডিয়া ব্ৰিটেনিকাত আছে, কালিদাসৰ শকুন্তলা নাটকৰ আৰম্ভনি আৰু গেটেৰ “ফাউষ্ট” নাটকৰ আৰম্ভনিত বহুত সাদৃশ্য আছে। ডক্টৰ চট্টোপধ্যায়ে কৈছে ঃ “বৈদিক সাহিত্যৰ প্ৰভাৱত আৰু প্ৰাচীন গ্ৰীক সাহিত্যৰ প্ৰভাৱত, জাৰ্ম্মেনীত ১০/১২৫ বছৰৰ পূৰ্ব্বতে সাহিত্যক্ষেত্ৰত এটা নতুন ৰোমান্টিক আন্দোলন অৰ্থাৎ ৰমন্যাসনিষ্ঠ ভাৱবিলাসে দেখা দিছিল। তাৰ স্থায়ী প্ৰভাৱ তেতিয়াৰ আৰু তাৰ পৰৱৰ্ত্তী কালৰ জাৰ্ম্মান সাহিত্যত বিদ্যমান হৈ আছে।” ...........এই ভাৱে জগতত সংস্কৃত সাহিত্য আৰু ভাৰতীয় সংস্কৃতিৰ আলোচনাত নৱযুগে আহি দেখা দিলে। ১৮৩৮ খৃঃত জাৰ্ম্মান পণ্ডিত ৰোজেনে লেটিন অনুবাদৰ সৈতে এটি ঋগ্বেদৰ সূক্ত-সংগ্ৰহ প্ৰকাশ কৰে। ১৮৪৯-১৮৭৪ খৃঃৰ ভিতৰত জাৰ্ম্মান পণ্ডিত ফ্ৰীদাৰিখ, মেক্স্‌মূলাৰে তেওঁৰ অবিনশ্বৰ কীৰ্ত্তি অকচ্‌ফৰ্ড্ বিশ্ববিদ্যালয়ৰ পৰা প্ৰকাশ কৰে— ছটি বিৰাট খণ্ডত অতি সুন্দৰ নাগৰী হৰফৰ সায়ানাচাৰ্য্যৰ ভাষ্য সহ সম্পূৰ্ণ ঋগ্বেদ। ১৮৬২-১৮৭৩ খৃঃৰ ভিতৰত আন এজন জাৰ্ম্মান পণ্ডিত থিয়দ’ৰ আউফ্‌ৰেখ্‌ৎ এ ৰোমান লিপিত মূল ঋগ্বেদ প্ৰকাশ কৰে। প্ৰায় তাৰ লগে লগে অনুবাদ কাৰ্য্য বিভিন্ন ইউৰোপীয় ভাষাত আৰম্ভ হ’ল। ইংৰাজীত হোৰেচ্ হেমে’ন উইলচন আৰু গ্ৰিফিথে, জাৰ্ম্মেনীত লুড্‌ভিক, গ্ৰাচমেন আৰু গেলড্‌নাৰ আদিয়ে ঋগ্বেদৰ আধুনিকতম পূৰ্ণ অনুবাদ প্ৰকাশ কৰে। ফৰাচী ভাষাত লাঁগ্লোয়া নামে এজনে চাৰি খণ্ডত ঋগ্বেদ প্ৰকাশ কৰে। জাপানী ভাষাত পণ্ডিত তাকাকুচুয়ে ঋগ্বেদৰ অনুবাদ প্ৰকাশ কৰে।”

১৮১৯ চনত জন্ম হোৱা ওৱাল্ট্ হুইট্‌মেন আমেৰিকাৰ এজন ৰহস্যবাদী, মানৱতাৰ সেৱক আৰু এজন সম্পূৰ্ণ সাধাৰণ জীৱন যাপন কৰা কবি আছিল। পশ্চিমীয়া জগতৰ কবি-সাহিত্যিকসকলৰ ভিতৰত এইজনেই প্ৰথম ব্যক্তি; যিজনে সমগ্ৰ পৃথিবীক বুকুত সাৰটি লবলৈ হেঁপাহ কৰিছিল। মানৱ সমাজ মাত্ৰ এখন বুলি চাবলৈ এওঁৰ এটা মহান দৃষ্টি আছিল! তেওঁ আমেৰিকা যুক্তৰাজ্যৰ চাৰি সীমা পাৰ নোহোৱাকৈয়ে অন্তৰ্দৃষ্টিৰে ভৌগোলিক সীমা পাৰ হৈ বিশ্বময় ভাৱ লাভ কৰিব পাৰিছিল। সেই কালত পশ্চিম জগতৰ পৰা পূব দিশলৈ অহা জলপথ বৰ দীঘলীয়া আছিল; কিন্তু যেতিয়া আমেৰিকাৰ পূবফালৰ পৰা আৰম্ভ কৰি পশ্চিম অংশলৈকে যোৱা উত্তৰ আমেৰিকাত ৰেলপথ স্থাপন হ'ল, আটলান্টিক মহাসাগৰৰ পানীৰ মাজেদি টেলিফোন যোৱা কেবল্ তৰা হ'ল আৰু চুয়েজ খালেদি জাহাজ চলাচল কৰিব পৰা চমু বাট ওলাল—এই তিনিটা ইন্‌জিনিয়াৰিং আৰু বৈজ্ঞানিক সফলতাৰ বাবে দূৰ দূৰণিৰ দেশবোৰৰ লগত আমেৰিকাৰ যোগাযোগৰ পথ ওচৰ চপা দেখি হুইট্‌মেনৰ প্ৰাণ আনন্দত নাচি উঠিল। চুয়েজখাল কটা হোৱাৰ এবছৰমানৰ পিচত পৃথিবীৰ বাণিজ্যপ্ৰিয় জাতিবিলাকৰ মালা পিন্ধোৱা জাহাজবোৰৰ লানি লাগিল আৰু পূব দিশৰ ভাৰতবৰ্ষলৈ মহাপয়োভৰেৰে সেই জাহাজবোৰ আহিবলৈ ধৰিলে। কলম্বচৰ সপোন দিঠকত পৰিণত হ'ল। মানৱ জাতীয়ে ভাৰতলৈ অহা এটা সহজ আৰু চমু বাট পালে।

কবি হুইট্‌মেনে কলে "সৃষ্টিৰ পাতনিতে ঈশ্বৰে ইচ্ছা কৰিছিল যে সমস্ত পৃথিবীৰ মানৱ সমাজ এক হব আৰু সকলো দেশ, সকলো জাতি ওচৰ-চুবুৰীয়াৰ দৰে থাকিব।" তেওঁৰ অন্তৰত লুকাই থকা এই ভাৱত তেওঁ উদ্বুদ্ধ হৈয়েই "ভাৰতলৈ যোৱা বাট" বুলি এটি কবিতা লেখিলে। তেওঁৰ এই ভাৱপ্ৰৱণতাৰ আঁৰত ধৰ্ম্মভাৱ নিহিত হৈ আছে। তেওঁ প্ৰত্যেক মানুহকে এই বুলি



সঁকিয়নি দিছিল, "অনন্ত কোটি জগতৰ অস্তিত্ব স্বীকাৰ কৰি তোমাৰ প্ৰাণ প্ৰশান্ত গম্ভীৰ হওক।" তেওঁৰ কাৰণে ঈশ্বৰৰ অস্তিত্ব সংশয় বা দ্বন্দৰ বিষয় নাছিল। ঈশ্বৰ আছিল তেওঁৰ ধ্যানৰ বিষয়। তেওঁ নিজেই কৈছে: "মই ঈশ্বৰৰ মাত শুনো আৰু সকলোতে তেওঁক দেখো। তথাপি তেওঁক অকণমানো বুজি নাপাওঁ……।" অতি সামান্য মানুহৰ দৰে জীৱন যাপন কৰা সেই কবিজনে পৃথিবীৰ সকলো বাস্তৱতা হাঁহিমুখে গ্ৰহণ কৰিছিল। সকলো দেশৰ সকলো জাতিৰ মানুহৰ মাজত থকা মহাৰ্ঘ সম্পদৰাজিৰ প্ৰতি তেওঁ শ্ৰদ্ধাশীল আছিল। সেই কাৰণে মহাসাগৰৰ নীল সলিল ৰাশিৰ ওপৰেদি এজন পৃথিবী পৰ্য্যটক নাৱিকৰ দৰে তেওঁৰ মন উটি গৈছিল। কাঠৰ ফ্ৰেমেৰে সজা এটি অকণমান কুটিৰত সোমাই হুইট্‌মেনে তেওঁৰ অন্তৰ্নিহিত প্ৰতিভা আৰু কল্পনাপ্ৰিয় মনটো বিশ্ববাসীৰ মাজলৈ এৰি দিলে। তেওঁৰ মতে অতীতক আমি বৰ্ত্তমানৰ লগত মিলাই ল'ব লাগে অৰ্থাৎ অতীত ইতিহাসৰ গৌৰৱৰাজিৰ কথা সুঁৱৰিব লাগে। পৃথিবীৰ ভূগোলৰ ঐক্য সাধন কৰিব লাগে যাতে আঞ্চলিক ভৌগোলিক সীমাৰ একো অস্তিত্ব নাথাকে। তৃতীয়ত তেওঁ কয় যে, মানুহ ভৱিষ্যতৰ কুঁৱলীৰে ঢকা সাগৰৰ পাৰত থিয় দি আছে। ইয়াৰ মাজতে এই কবিজনে দীপ্তকণ্ঠে আৰু স্পষ্ট দৃষ্টিৰে দেখুৱাই দিছে এটা বাট; যিটো বাটে মৰণশীল মানুহ গলে জীৱন-মঙ্গল লাভ হয়।

অতীত—গভীৰ অন্ধকাৰৰ মাজত উভটি চোৱা এটি দৃশ্য।
অতীত অন্তহীন মহান ঐতিহ্যৰ ঠাই!
কাৰণ—বৰ্ত্তমান বুলি যিটো আছে সি সেই অতীতৰ ভেঁটিত
গজি উঠা আজিৰ দিন।

জগতৰ অতীতৰ ফালে উভটি গৈ হুইট্‌মেনে এচিয়াৰ অন্তঃস্থলখনত দেখা পালে মহামানৱৰ লীলাভূমি আমাৰ ভাৰতবৰ্ষখন। হাজাৰ হাজাৰ মাইল দূৰৰ পৰাই হুইট্‌মেনে এচিয়াৰ প্ৰাচীন

ঐতিহ্যৰ বিশেষকৈ ভাৰতবৰ্ষৰ, গৌৰৱোজ্জ্বল অতীতৰ প্ৰশস্তি গাই গৈছে। তেওঁ কৈছে "পদুম ফুলতকৈয়ো ধুনীয়া ভাৰতবৰ্ষৰ মন্দিৰ-বিলাক আৰু সোণেৰে সজা ওখ আৰু জলমলাই থকা চূড়াবিলাকৰ মাজেদি অতীত যুগৰ মানুহৰ প্ৰাণহে বিকশিত হৈ আছে। এইখন ভাৰতবৰ্ষ, হে মোৰ প্ৰাণ, আজি হেঁপাহপলাই চোৱাঁ।"......

১৮৩০ খৃষ্টাব্দৰ পৰা ১৮৪০ খৃষ্টাব্দৰ এই দহ বছৰৰ ভিতৰত পূব দেশসমূহৰ লগত বেপাৰ-বাণিজ্যৰ সম্পৰ্ক স্থাপন কৰি থাকোতে আমেৰিকাই এচিয়া মহাদেশৰ প্ৰতিভা, জ্ঞান, আধ্যাত্মিক উৎকৰ্ষ আৰু প্ৰাচীন সংস্কৃতিৰ সাহিত্যিকমূল্যসমূহৰ সন্তেদ পালে। এজন অধ্যাপক আৰু চিন্তাশীললোক ৰাল্‌ফ ওৱালড' ইমাৰ্চনেই প্ৰথমে প্ৰাচ্যৰ মহান ঐতিহ্যত বিমুগ্ধ হয়। অতীত প্ৰাচ্যৰ গভীৰ জ্ঞানৰ সন্ধান পাই যেতিয়া বেদ অধ্যয়ন কৰি চালে, তাৰ পাচত ১৮৪০ খৃষ্টাব্দত তেওঁ এই দৰে লেখি থৈ গৈছে ঃ

"বেদসমূহ অগ্নিৰ দৰে, ৰাতিৰ দৰে মহান আৰু এখন অতল মহাসাগৰ। ইয়াত ধৰ্ম্ম ভাৱৰ সকলো অনুভূতি আছে, ভদ্ৰ আৰু কবি মনক আকৃষ্ট কৰিব পৰা নীতিজ্ঞান আছে। বেদ পাঠৰ অন্তত মোৰ এনে ধাৰণা হ'ল যেন মই এজন সেই যুগৰ ব্ৰাহ্মণহে। বেদৰ মাজতে মানুহৰ অনন্তকালৰ কাৰণে প্ৰয়োজনীয় ভাৱসমূহ, অনন্ত শান্তি, জুখিব নোৱাৰা শক্তি আৰু অব্যাহত মৌনতা সোমাই আছে।"

তেৱেঁই কৈ গৈছে ঃ "মই পৃথিবীৰ গুপ্তধন বিচাৰি পালোঁ। দৃশ্যমান সমস্ত জগত জীয়াই আছে, ই কেতিয়াও নমৰে, মাত্ৰ দৃষ্টিৰ পৰা কেইদিনমানৰ কাৰণে আঁতৰি থাকি আকৌ উভতি আহে।" এয়েই ভাৰতীয় দৰ্শনৰ আত্মাৰ অমৰত্ব। বিষ্ণুপুৰাণ, ভাগৱৎগীতা আৰু কঠোপনিষৎ আদি পঢ়ি মুগ্ধ হৈ ইমাৰ্চনে "ব্ৰহ্মা" বুলি এটা কবিতাত কৈছে ঃ



"যদি ৰঙা আততায়ীয়ে ভাৱে যে, সি কাৰোবাক বধ কৰিলে নাইবা নিহত হোৱাজনে ভাৱে যে তেওঁক বধ কৰিলে, তেওঁবিলাকে এই কথা সমূলি নাজানে যে এটা অতি সূক্ষ্ম পথেদি মই যাওঁ আৰু আকৌ উলটি আহোঁ।"

এয়া গীতাৰ "ন হন্যতে হন্যমানে শৰীৰে" ............. এই কবিতাটিৰ শেষত তেওঁ স্বীকাৰ কৰিছে যে, ব্ৰহ্মনিৰ্ব্বাণ্ লাভ হলে আৰু পুনৰ জন্ম নহয়।

বৰ্ত্তমান যুগৰ চিন্তাশীল লোকসকলেও উপলব্ধি কৰিছে, আমি অতীতৰ ফালে উলটি গৈ আকৌ নকৈ আমাৰ জীৱন-দৰ্শন গঢ়িব লাগে। কাৰণ, আজিৰ পৃথিবীখনত মানৱ সভ্যতা এটা মহাসংঘৰ্ষৰ মাজত সোমাইছে। বিজ্ঞানৰ বিস্ময়কৰ উদ্ভাৱনবোৰৰ গৰ্ব্বত মতলীয়া হোৱা শক্তিসমূহৰ ধ্বংসকাৰী ক্ষমতাৰ ত্ৰাস, অন্ন-বস্ত্ৰৰ হাহাকাৰ, পৰাপৰৰ মাজত সংশয় আৰু শঙ্কাৰ ব্যৱধান, যান্ত্ৰিক সভ্যতাৰ তুমুল নিনাদ আৰু নানা ঋষিৰ নানা মতবাদৰ হেঁটাওপৰাত গাইগুটীয়া চিন্তাৰ অৱসান ঘটিছে। আজিৰ মানৱ সমাজ বেলেগ বেলেগ দলভুক্ত হৈ যুদ্ধৰ সাজেৰেহে আগবাঢ়িছে। এনে দিনত মন শৃঙ্খলাবদ্ধ হৈ থকা কঠিন হৈ পৰিছে। আজি সেই কাৰণে জগতক অমৰ চিন্তানায়ক-সকলৰ আশ্ৰয়ৰ দৰ্কাৰ হৈছে। আমেৰিকাৰ এজন পণ্ডিত উইল্ ডুৰান্তে কৈছে ঃ

"যিহেতু আমি আমাৰ মনবোৰ সুশৃঙ্খল কৰিব খোজোঁ আৰু বিক্ষিপ্ত অধ্যয়নৰ বিশৃঙ্খলা পৰিহাৰ কৰি চলিব খোজোঁ, আমি আৰম্ভ কৰিব লাগিব একেবাৰে আৰম্ভনিৰে পৰাই। আনকি সুদূৰবৰ্ত্তী নক্ষত্ৰমালা আৰু প্ৰাক্-ঐতিহাসিক পৃথিবীৰ পৰাই।"

### মহাকাব্যৰ যুগ

আমি যদি ৰামায়ণ আৰু মহাভাৰতৰ পিনে উলটি যাওঁ তাতো আমি ভাৰতীয় সাহিত্যৰ সোঁতনিছিগা ধাৰাটিকে বিচাৰি

পাম। পৰবৰ্ত্তী কালৰ মহাকাব্যৰ পৰা আঁতৰাই প্ৰাচীন সমালোচক-সকলে এই দুখনক 'ইতিহাস' আখ্যাহে দি গৈছে। দৰাচলতে এই দুখন মহাকাব্য অতীত ভাৰতৰ সমাজ, ধৰ্ম্ম, সংস্কৃতি আৰু জীৱন ধাৰণৰ প্ৰণালী সম্পৰ্কে ৰচিত অমৰ ভাৰতৰ ইতিহাসেই। ৰামায়ণৰ ৰাম, সীতা আৰু লক্ষ্মণ অনন্তকালৰ কাৰণে জীয়াই আছে। সত্যনিষ্ঠ, সত্যাশ্ৰয়ী আৰু সৎপ্ৰবৃত্তিৰ আদৰ্শ চৰিত্ৰ স্বৰূপে এই তিনি ভাৰতবাসীৰ প্ৰাণত আজিও জীৱন্ত হৈয়েই আছে।

এই ৰামায়ণতেই আৰ্য্য শ্ৰীৰামচন্দ্ৰ আৰু কিষ্কিন্ধ্যাৰ অনাৰ্য্য-সকলৰ মহামিলনৰ ইতিহাসো আছে। সীতাহাৰা ৰামৰ প্ৰথম বন্ধু আছিল এটা চাণ্ডাল, সেই চাণ্ডালকো ৰামে বুকত সাৱটি লৈ 'বন্ধু' সম্বোধন কৰিছিল আৰু পৰ্ব্বতীয়া ভীল কন্যা শবৰীয়ে একামোৰ খাই দলি মাৰি দিয়া বগৰীটোও ৰামচন্দ্ৰই মহাপ্ৰসাদ বুলি খাবলৈ দ্বিধাবোধ নকৰিছিল। হনুমানে সঙ্কটকালত ৰামক গন্ধমাদন পৰ্ব্বতৰ পৰা বিশল্যকৰণী আনি দিছিল। বন্দিনী সীতাক সাগৰ লঙ্ঘি গৈ ৰামৰ বাৰ্ত্তা দিছিল, মানৱতাৰ সেৱক ৰামৰ বাৰ্ত্তা দিছিল। মানৱতাৰ সেৱক ৰামৰ বাৰ্ত্তা দিয়া এই মহাকাব্যৰ অমৃত ৰসেই ভাৰতবৰ্ষৰ কবিকুলক অনন্ত প্ৰেৰণা দি আহিছে। গোস্বামী তুলসীদাসে 'ৰামচৰিত মানস'ৰ দৰে অমৰ কাব্য হিন্দীত দান দি গ'ল। হনুমানক এজন সঙ্কটমোচন কৰোঁতা গোসাঁইৰূপে প্ৰতিষ্ঠা কৰিলে। আজিও হিন্দুস্থানৰ গাৱেঁ-ভুঞে সঙ্কটমোচন মন্দিৰবিলাকত হনুমানৰ পূজা চলি আছে। গোস্বামী তুলসীদাসে যিখন হৃদয়ত ৰাম, লক্ষ্মণ আৰু সীতাক বহুৱাই থৈছে তাতে হনুমানকো এইদৰে স্থান দিছে ঃ

"পৱন তনয় সঙ্কটহৰণ মঙ্গলমূৰতি ৰূপ।
ৰাম লক্ষ্মণ সীতা সহিত হৃদয় বসহু সুৰ ভূপ॥"

বাল্মিকী আৰু ব্যাস দুয়োজনেই এই কথা কৈ গৈছে যে, মহান চৰিত্ৰবিলাক অকল শ্ৰেষ্ঠ কুলৰ কাৰণেই এদনীয়া হৈ থকা



নাই। বিশ্বজনিন উদাৰ ভাৰত ৰামায়ণে আৰু মহাভাৰতে সামান্য কুলত জন্মা অনেক চৰিত্ৰৰ মহানুভৱতা দেখুৱাই থৈছে। আদিকবি বাল্মিকীৰ ৰামায়ণত এফালে কাব্যিক সৌন্দৰ্য্যই যেনেকৈ মন মোহিত কৰে, আনহাতে সেই যুগৰ সমাজ, ৰাজনীতি, ভোগ-বিলাসৰো স্পষ্ট ছবি মানসপটত আঁকি দিয়ে। দশৰথ যেতিয়া বুঢ়া হৈ আহিল, ৰাজকাৰ্য্য সম্পাদন কৰিবলৈ অক্ষম হবৰ সময় হ'ল, তেতিয়া দশৰথে অমাত্যবৰ্গ সকলোকে মাতি ৰাজসভা আহ্বান কৰিলে। সম্পূৰ্ণ গণতান্ত্ৰিক নীতিৰে সভাক কৈছে ঃ

"আপোনালোকে জানে যে মোৰ এই ৰাজ্য ইক্ষাকু বংশীয় নৃপতিসকলৰ দ্বাৰা পুত্ৰতুল্য যত্নেৰে প্ৰতিপালিত হৈ আহিছে। এতিয়া মই ইয়াৰ সুখ বৃদ্ধি কৰিবলৈ ইচ্ছা কৰিছোঁ। ………… মোৰ পুত্ৰ ৰাম মোৰ সমস্ত গুণ লৈ জন্মিছে। তেওঁ বীৰ্য্যত পুৰন্দৰৰ সমান; সেই পুৰুষশ্ৰেষ্ঠ ৰামক যুৱৰাজ পদত অভিষিক্ত কৰিব খুজিছোঁ। মোৰ এই সংকল্প যদি সাধু বুলি ভাৱে তেন্তে আপোনালোকে অনুমতি দিয়ক। যদিহে মোৰ এই প্ৰস্তাৱ অপ্ৰিয়, ইয়াতকৈ বেছি হিতকৰ অন্য প্ৰস্তাৱো আপোনাসৱে চিন্তা কৰি ক'ব পাৰে, কাৰণ, পক্ষপাতহীন মধ্যস্থ ব্যক্তিসকলৰ বিচাৰেই শ্ৰেষ্ঠ।"

দশৰথৰ এই কথা শুনি সভাৰ বাহিৰে-ভিতৰে থকা পুৰবাসী আৰু জনপদবাসীসকল, সেনাধ্যক্ষ, অমাত্যবৰ্গ আদি সকলো-ৱেই একবাক্যে ঘোষণা কৰিলে ঃ

"মহাবল শ্ৰীৰামচন্দ্ৰ মহাগজত আৰোহণ কৰি ৰাজছত্ৰৰ আঁৰত মুখ আবৃত কৰি গৈছে—ইয়াকে চাবলৈ আমি উদগ্ৰীৱ হৈ আছোঁ।" মহাকবি বাল্মিকীয়ে এই আনন্দ বাৰ্ত্তাৰ হৰ্ষোল্লাস এনেদৰে বৰ্ণাইছে ঃ

"বৰষুণ দিব খোজা ভৰুণ মেঘ দেখিলে ময়ূৰবিলাকে যেনেকৈ কেঁকাধ্বনিৰে চৌদিশ মুখৰিত কৰে, সভাত থকা সকলোৱেই সেই প্ৰস্তাৱ শুনি মহানন্দত উল্লাসিত হৈ উঠিল। তেতিয়া সভাৰ

মাজত হৰ্ষসূচক গুঞ্জনধ্বনিৰ আনন্দ লহৰি বাগৰি গ'ল আৰু বাহিৰত অপেক্ষা কৰি থকা জনতাৰ কণ্ঠত শ্ৰীৰামচন্দ্ৰৰ জয়ধ্বনিত মেদিনী কঁপিবলৈ ধৰিলে।

ৰামায়ণৰ দৰেই মহাভাৰতো এখন অমৰ মহাকাব্য—ভাৰতবৰ্ষৰ সৰ্ব্বতোমুখী মহান প্ৰতিভাৰ ইতিহাস। এফালে কোটি কোটি যুঁজন্তা ক্ষত্ৰিয় সন্তানসকল আৰু আনফালে মাত্ৰ পাঁচ পাণ্ডৱ। ৰহস্যবাদী উপন্যাসৰ নায়ক-নায়িকাৰ দৰে ইয়াৰ আঁৰত লুকাই এজনে এই মহাভাৰতৰ এখন ধৰ্ম্মক্ষেত্ৰ স্বৰূপ কুৰুক্ষেত্ৰ সৃষ্টি কৰিলে। ক্ষমতাৰ অপব্যৱহাৰ, অনীতি, অকুশল, দুৰ্নীতি মষিমূৰ কৰি প্ৰেম, অহিংসা আৰু শান্তিৰ এখন স্বৰ্গ ন কৈ ৰচনা কৰি থৈ গ'ল। তেওঁৰ সেই পাঞ্চজন্য দিব্যশঙ্খৰ মহাধ্বনি অনন্তকালৰ বুকুভেদি আজিও ধ্বনিত হৈ আছে ঃ

"পৰিত্ৰাণায় সাধূনাং বিনাশায় চ দুষ্কৃতাম্।
ধৰ্ম্মসংস্থাপনাৰ্থায় সম্ভৱামি যুগে যুগে॥" ৮

সেই বিশ্ববিমোহন, দীনদয়াল, অনুপম সৌন্দৰ্য্যৰ প্ৰতীক মানৱীয় সকলো গুণৰ একমাত্ৰ প্ৰতিনিধি শ্ৰীকৃষ্ণ সখা অৰ্জ্জুনৰ ৰথৰ সাৰথি। কুৰুক্ষেত্ৰ ৰণাঙ্গনত ৰক্তলোলুপ ক্ষত্ৰ সন্তানবোৰৰ মদমত্ত হুঙ্কাৰ ধ্বনি। তাৰ মাজত এখন ৰথ এটি মন্দিৰৰ দৰে স্থাপিত হৈ আছে। সাৰথি শ্ৰীকৃষ্ণ আৰু তেওঁৰ চৰণত আত্ম-সমৰ্পণ কৰা অৰ্জ্জুন—এজন বেদান্তবাদী ভগৱান আৰু আনজন কৰ্ম্মযোগী মানুহ। এই দুজনৰ সংলাপ-সাহিত্য "গীতা" কোনো-কালে কেতিয়াও ম্লান নোহোৱা এপাহ দিব্যজ্যোতিৰ শতদল পদ্ম—ভাৰতবৰ্ষৰ গভীৰতম্ জ্ঞানৰ অমৰ নিদৰ্শন।

এই মহাভাৰতৰ মাজতে আছে কৰ্ণৰ দৰে এটি চৰিত্ৰ—যাৰ সত্যনিষ্ঠতা, মহানুভৱতা আৰু শৌৰ্য্য-বীৰ্য্যৰ তুলনা নাই। দৈৱৰ দুৰ্বিপাকত আত্মপৰিচয় লুপ্ত হোৱা এই বীৰে দীপ্তকণ্ঠে ঘোষণা কৰিব পাৰিছিল ঃ



সূতো বা সূত্পুত্ৰোবা যোবা কোবা ভবাম্যহম্
দৈৱায়ত্ত কুলে জন্ম কৰায়ত্ত মম পৌৰুষম্॥

সূতেই হওঁ বা সূতৰ পুত্ৰই হওঁ, যেয়ে হওঁ সেয়ে হওঁ তাত কি কথা। দৈৱে দিয়া এটা কুলত মোৰ জন্ম; কিন্তু মোৰ শৌৰ্য্য-বীৰ্য্য মোৰ হাতৰ মুঠিত।

কুৰুক্ষেত্ৰ মহাসমৰ শাম কাটিলে, ১৮ অক্ষৌহিণী যুযুৎসুৰ তেজেৰে বিশাল কুৰুক্ষেত্ৰৰ ৰণাঙ্গন ৰাঙলী হ'ল—তাৰে সাক্ষী দিবলৈ আজিও ফাগুন-চ'তমহীয়া সেই বিৰাট ভূমিখণ্ড ৰঙা ৰঙা পলাশ ফুলেৰে ৰাঙলী হৈ থাকে।

ভাৰতবৰ্ষত শান্তি স্থাপন হ'ল। এই মহাশান্তিৰ আনন্দ উৎসৱৰ সোঁত সমস্ত মহাভাৰতৰ বুকুৰেদি বৈ গ'ল নৃত্য, গীত-বাদ্য, কবিতা, সাহিত্যৰ মাজেদি। পৰিত্ৰাতা শ্ৰীকৃষ্ণৰ অনুপম গুণ-ৰাশিৰ স্বৰ্গীয় আনন্দ ভাগৱতপুৰাণৰ ছন্দে ছন্দে ৰসৰ সাগৰ হৈ বৈ গ'ল। উৎসৱানন্দ শ্ৰীহৰিয়েই চৌষষ্ঠিকলাৰ মহাগুৰু হৈ হাতত বাঁহী এটি লৈ বৃন্দাবনৰ কদমগছৰ তলত ত্ৰিৰঙ্গ ভঙ্গিমাৰে থিয় দিলে—দাৰ্শনিকসকলে ঘোষণা কৰিলে—

"আনন্দৰূপমমৃতং যদ্বিবাতি শান্তম্ শিৱম্ অদ্বৈতম্" আনন্দ স্বৰূপ অমৃতৰ প্ৰতীক শ্ৰীকৃষ্ণই থাকিল এটা যুগৰ সৰ্ব্বাধিনায়ক হৈ। সেই যুগৰ কথা সুঁৱৰি বেথাভৰা সুৰত আমাৰ গাৱেঁ-ভুঞে আজিও গাই আছে ঃ

বৃন্দাবন, বৃন্দাবন, ক'তে এৰি গলা
নাৰায়ণ
বৃন্দাবনবিহাৰী হৰি হে
নাৰায়ণ
ক'তে এৰি গলা বৃন্দাবন।

এই প্ৰেৰণাৰ সোঁতত ভাৰতীয় সাহিত্য-সংস্কৃতি আগবাঢ়ি ভাৰ-সমুদ্ৰৰ ঢৌৰ বুকুত ওপঙি গৈ থাকোতে থাকোতে আহিল বুদ্ধৰ

লেখা এই সাহিত্যই অসমীয়া চহা-জীৱনৰ সৌন্দৰ্য্যবোধৰ পৰিচয় দি আছে। আৱেগত আকুল হৈ থাকোতে কোনোবা চহা ডেকাৰ অন্তৰত জাগি উঠা সুকোমল ভাৱ চিতে-গীতে একে হৈ আপোনা-আপুনি মনৰ পৰা ওলাই আহে। আমাৰ বনগীতবিলাক এনেকুৱা আধা সপোন আধা দিঠকৰ মোহনীয় সাহিত্য।

সেই কাৰণে আমাৰ এইখন স্বপ্নৰাজ্য। ইয়াৰ সোৱনশিৰিৰ বালিত পুৱাৰ কিৰণ পৰি জলমলাই উঠে সোণৰ ৰেণুবোৰ, যোৰা-যোৰে পাখী কটালি পৰি থাকে সোণবৰণীয়া চাকৈ-চকোৱাবোৰ। ইকৰাণিৰ মাজৰ পৰা দীঘলীয়া উকি মাৰি সোণামুৱা ডেকাহঁতে গায়ঃ

"সোৱণশিৰি ভেঁটিলে জেঙে-জাবৰে
ধনশিৰি ভেঁটিলে কিহে।
ভগা খোলাকটি কুমাৰে গঢ়িলে
যৌৱন গঢ়ি দিলে যিহে॥"

আকৌ শুনিবা মুকলি পথাৰৰ মাজেদি বতাহত উটি আহি কাণত পৰিছেঃ

"দলনিৰ ওপৰে কি চৰাই উৰিলে
দেখো ৰঙা ৰঙা ঠোঁট।
চেনাই বগীতৰা সোণৰ গিলিপঙ্খৰা
কপালত সেন্দূৰৰ ফোঁট॥"

* * *

দেহি ঐ! অজলা ডেকাটিয়ে 'ক'ৰবাত এদিন কেঁচাসোণ বৰণীয়া বগীতৰা এজনীৰ কপালত ডগমগাই থকা সেন্দূৰৰ ফোঁটটো দেখিছিল। পথাৰত মাহ ৰখি থাকোতে ওপৰেদি উৰি যোৱা কামচৰাইটোৰ ৰঙা ঠোঁটটি দেখি মনত পৰিল। ম'হৰ পিঠিত উঠি দলনি পথাৰৰ মাজতো সি পালে কবিতা।

বিয়াৰ ৰভাৰ তলত জাউৰি জাউৰি নাম গাই বিয়া ভগাৰ পাচত দৰা-কন্যাক ভিতৰ দেখুৱাবলৈ নিয়ে। আগে আগে শাহুৱেকে



দৰা-কন্যাৰ আঁচলত ধৰি বাট দেখুৱাই লৈ যায়। পাচে পাচে নামতীসকলে শিশুপাল খেদা দি কৌতুক কৰি দৰা-কন্যাক নামৰ ধ্বনিৰে ঠেলি লৈ যায়ঃ

"শিশুপাল, শহুৰৰ ৰৱেঘৰ
শিশুপাল, দাঁতৰি ওলোৱা
ৰত্নেশ্বৰ ঐ হেঙ্গুল, চাপৰি চাপৰি যাবা।
শিশুপাল, ৰজাই বটা দিয়া
শিশুপাল, সোণোৱাল পাগুৰি,
ৰত্নেশ্বৰ ঐ হেঙ্গুল, এলান্ধু লাগিব চাবা।
শিশুপাল, লাগে যে লাগিব
শিশুপাল, কলীয়া এলান্ধু,
ৰত্নেশ্বৰ ঐ হেঙ্গুল, শহুৰৰ জীয়েকে ধুব॥" ইত্যাদি—

এনে সমাজচিত্ৰ, প্ৰাণৰ স্পন্দন অসমীয়া বিয়ানামত আছে। কন্যাক দোলাত তুলি পাচে পাচে সখীয়েকহঁতে নাম গাই যায়। আগত হাতীৰ পিঠিত হেঙ্গুলবৰণীয়া ডেকা কোনোবা ৰত্নেশ্বৰ দৰা হৈ গৈ থাকে। ৰাৱণে সীতাক হৰি নিয়াদি মৰমৰ সখীসকলক লৈ যোৱা দৰাক উদ্দেশি মনৰ বেজাৰত গায়ঃ

"মলি ঐ, ৰাম গৈইছিলে
মলি ঐ, মৃগ মাৰিবলৈ
মলি ঐ, লখন গৈইছিলে
লৰি হেৰ ভোলানাথ।
মলি ঐ, সেইনো সময়তে
মলি ঐ, দুষ্ট ৰাৱণে,
মলি ঐ, সীতাক লৈই গলে হৰি
হেৰ ভোলানাথ।"...

মন কৰিবলগীয়া ৰামায়ণৰ করুণ কাহিনীৰ প্ৰতিধ্বনি 'ক' বুলিৰ নজনা

অসমীয়া গাভৰুহঁতৰ নামৰ মাজেদি কেনেকৈ আহি কাণৰ ভিতৰেদি মৰ্ম্মত সোমায়হি। ইয়াতো কবিতা।

পথাৰত পৰি থকা অলেখ চৰাইৰ সপোন-শুৱনি বিনন্দবিহাৰৰ মালিতা গাই ঢুলীয়াই জপিয়াই জপিয়াই ঢোলত টিকিৰ্ টিকিৰ্ টাং টাং ধ্বনি তোলে। কবিতাৰ ছন্দধ্বনিত সভাঘৰ মুখৰিত হয়! বুঢ়ীআয়ে নাতিলৰাক সাধু কয়। সাধুৰ লগত মিহি মিহি শৰদৰ গীতৰ সুৰ। শুনি শুনি লৰাৰ টোপনি ধৰে। আইসকলে নাম গায়। নামৰ ধ্বনিত 'এ' শদাশিৱ এ', অ' হৰি এ', আসনতে বহি আয়ে মেলি দিছে ভৰি'। শুনি শুনি ভক্তি ভাৱত প্ৰাণ উপচি পৰে।

অসমীয়া লোক-সাহিত্যৰ নিচিনা ইমান চহকী লোক-সাহিত্য ভাৰতবৰ্ষৰ কোনো ৰাজ্যতে নাই বুলি ঠাৰৰকৈ কব পাৰি। গুৱাহাটী বিশ্ববিদ্যালয়ে হাতত লোৱা মতে লোক-সাহিত্যৰ সম্পূৰ্ণ সংগ্ৰহ হলে পাহৰণিৰ সোঁতৰ পৰা অনেক সম্পদ ৰক্ষা পৰিব।

## কবিতা

কবিতাৰ সংজ্ঞা আজিও পৃথিবীয়ে খাটাং ভাৱে এটাও দিব পৰা নাই। দেশে দেশে কবিসকলে ইয়াৰ স্বৰূপ ব্যাখ্যা কৰিয়েই আছে। আমাৰ ভাৰতীয় মতে ৰস থকা বা ধ্বনি থকা বাক্যই কবিতা। পশ্চিমীয়াসকলৰ মতে বহুত সংজ্ঞা। আজিকালি পুৰণি নীতি-নিয়ম, কথা-বতৰাৰ প্ৰতি এটা অশ্ৰদ্ধাৰ ভাৱ সকলো ক্ষেত্ৰতে পৰিলক্ষিত হৈছে। সেই কাৰণে নতুন যুগৰ নতুন সংজ্ঞা বিচাৰিলো। পৃথিবীৰ সাহিত্য অধ্যয়ন কৰিবৰ সহজ উপায় ওলাল। ইংৰাজী ভাষাৰ মাধ্যমেৰে পৃথিবীৰ সকলো দেশৰ উন্নত সাহিত্যৰ সোৱাদ ল'ব পৰা হৈছে। বৰ্ত্তমান জগতৰ শীৰ্ষস্থানীয় আধুনিক ৰুচিয়াৰ কবি-সাহিত্যিকসকলে কি ধাৰা গ্ৰহণ কৰিছে, সেই কথা জানিবৰ মানসেৰে, ইংৰাজী "ছোভিয়েত লিটাৰেচাৰ" নামৰ মাহেকীয়া আলোচনী পঢ়িবলৈ ললো। ৰুচ সাহিত্য তথা পৃথিবীৰ সাহিত্যৰ



সৰল সহজ আলোচনাৰে পূৰ্ণ এই আলোচনীৰ পৰা আধুনিক ৰুচিয়াৰ চিন্তাধাৰাৰ সম্যক পৰিচয় পাব পাৰি। ছোভিয়েত ৰাষ্ট্ৰৰ অন্তৰ্গত থকা তাজিকিস্তানৰ লেনিনবঁটা বিজয়ী কবি মিৰ্জ্জ' টাৰচান্-জে'ডৰ "এজন কবিলৈ" বোলা কবিতাটিত কবিতাৰ স্বৰূপ ব্যাখ্যা এনেদৰে কৰিছে। এইটো ১৯৬৩ চনত লেখা। তেওঁ কৈছে ঃ

"কবিৰ কল্পনাত যি প্ৰেৰণাৰ জুই জ্বলে, তাতেই কবিতাৰ জন্ম হয়। সূৰ্য্য আৰু কবি দুয়োৰে একে ব্যৱসায়। দুয়ো উম্ দিয়ে আৰু দুয়োৰে সৃষ্টিত পোহৰৰ উৎস প্ৰকাশিত হয়। তাপ নথকা ঘৰখন বৰফৰ দৰে চেঁচা পৰি থাকে, উম নলগা, মৰম-চেনেহ নথকা ঘৰ এখনত লেমৰ পোহৰে উম্ দিব নোৱাৰে। উম্ অৰ্থাৎ মৰম-চেনেহ নথকা হিয়া—লৰাই আনন্দত দলিওৱা শিলগুটিৰ নিচিনা। উম্ নথকা গীত-কবিতাও সেইদৰে নিৰস, শুকান। ৰ'দৰ তাপ নাপালে ফুলবোৰ নুফুলে, তেতিয়া ফুলৰ কাৰণে মানুহৰ হেঁপাহো নজন্মে—প্ৰশংসাৰ শব্দও নোলায়, ফুল তেতিয়া এলাগী কুঁৱৰী হয়। শিশু নথকা দোলনাখন অকলে হেলিদুলি থকাদি উম্ নথকা আনন্দ উৎসৱ তেনেই চেঁচা যেন লাগে। সেই বাবে কবিয়ে হাতত প্ৰেৰণাৰ জুইশিখা লৈহে নিজ কামনাৰ অনুৰূপ অনাগত ভৱিষ্যতৰ কথা লেখিব পাৰে। প্ৰেম, কবিতা আৰু তীৰ্থ— তিনিওৰে একে স্বভাৱ, গঢ় লৈ থিয় দিবলৈ তিনিওকে লাগে স্বাধীন আলোক। জুই জ্বলি থকা ইটাৰ ভটাৰ দৰে কবিৰ হিয়াত প্ৰেৰণাৰ জুই জ্বলি থাকিব লাগিব। তেতিয়া হলে কবিৰ সেই জুয়ে মানৱ-আত্মাক তদনুৰূপ জুই দিব পাৰিব আৰু সেই জুয়ে আনক প্ৰেৰণা দিব পাৰিব। কবিৰ শব্দাৱলী অগ্নিশিখাৰ উজ্জ্বল জিভাৰ দৰে হ'ব লাগিব—উৰি যোৱা জেট্ বিমানৰ ফিৰিঙতি যেন হ'ব লাগিব। কবিয়ে শিলবোৰক (দয়ামায়া নাইকিয়া হিয়াবোৰক) প্ৰাণ দিব লাগিব আৰু সিহঁতৰ কণ্ঠত বেদনাৰ সুৰ দিব লাগিব। সেইবাবে এই খন্তেকীয়া মানৱ জীৱনৰ দিনবোৰ অপব্যয় নকৰি, সৎ ব্যৱহাৰ

কৰাঁ। অন্তৰ দহি থকা বেদনাৰ জুই নাথাকিলে একো প্ৰেমেই জীয়াই থাকিব নোৱাৰে।”

এই ব্যাখ্যা আৰু আমাৰ পুৰণি ভাৰতীয় ব্যাখ্যাৰ মাজত আমি একো পাৰ্থক্যকে দেখা নাপাওঁ। এই দৃষ্টিভঙ্গিৰে আধুনিক ৰুচিয়াৰ কবিসকলে জীৱনক হাতৰ মুঠিত লৈ যি কবিতা লেখিছে তাত সৰল-সহজ, সৰ্ব্বসাধাৰণৰ জীৱন, শস্যৰ পথাৰ, কৰ্ম্মৰ প্ৰেৰণা আৰু চিন্তাৰ খোৰাক উপচি আছে। আনহাতে এই কবিতাবিলাকৰ মাজত কামগন্ধৰ লেশ মাত্ৰ নাই; তাৰ পৰিবৰ্ত্তে আছে বৈজ্ঞানিক যুগৰ অগ্ৰগতিৰ লগত মিলা বিশ্ববিজয়ী সপোনৰ প্ৰেৰণা; নৈতিক চৰিত্ৰ গঠনৰ সম্বলো অশেষ। দেওবৰীয়া হাতত বিক্ৰী কৰিবলৈ ঘোঁৰাগাড়ীত বোজাই কৰি অনা ঘাঁহৰ দ'মৰ ওপৰত বহি থকা এজনী ভল্‌গা নদীৰ তীৰৰ উপজাতীয় ছোৱালীক দেখি আধুনিক ৰুচিয়াৰ কবি এজনে কৈছে:

“অ' ৰাফেল, তুমি যদি ইয়ালৈ
আহিব পাৰিলোহেঁতেন,
ঘাঁহদ'মৰ ওপৰত বহি থকা
সৌ মানুহজনী—
ৰাফেল,
তোমাৰ তুলিকাৰ পৰশত
হ'লহেতেন—“গাড়ীৰ ওপৰত মেডোনা”ৰ ছবি।”……

এজনী উপজাতীয় গাভৰুক যীচুজননী মেডোনাৰ লগত সমানে আসন দিয়া এই কবিতাই ৰুচিয়াৰ নৈতিক চৰিত্ৰৰ মান নিৰ্ণয় নকৰেনে ?

পশ্চিমীয়া জগতত উৎকট কাম-প্ৰবল মনস্তত্বৰ প্ৰভাৱ যে ম্লান হৈ আকৌ আদৰ্শবাদৰ ফালে গতি লৈছে তাৰ প্ৰমাণ এয়েই। এটা নাটকীয় পটভূমিত মানৱ-চৰিত্ৰই কেনেকৈ আত্মপ্ৰকাশ কৰে আৰু কবি-শিল্পীসকলে এই চৰিত্ৰ সমূহৰ মনস্তাত্বিক দিশলৈ কিমান



গভীৰ ভাৱে সোমাই এটা চিৰন্তন ৰূপ দিছে সেইটো লক্ষ্য কৰিবলগীয়া।

ইয়াৰ লগতে আমি বিশ্বসাহিত্যৰ শেহতীয়া প্ৰতিভা ইলিয়টক অকণমান চালে আধুনিক কবিতাৰ ধাৰাৰ লগত ভাৰতীয় ঐতিহ্যৰ অপূৰ্ব্ব মিলন দেখা পাম। ১৯৬৫ চনত দিল্লী মহানগৰীত চেণ্ট্ ষ্টিফেন্স্ কলেজ আৰু “কংগ্ৰেছ ফৰ কালচাৰেল ফ্ৰিডম”ৰ যুটীয়া চেমিনাৰত আঠজন খ্যাতমানা স্কলাৰে অংশ গ্ৰহণ কৰিছিল। ৰিচাৰ্ড এল, বাৰথ'ল'মিয়ে ইলিয়টৰ কবিতা আলোচনা কৰি এইদৰে কৈছে:

“ইলিয়টৰ ছন্দ সাধাৰণ কথাৰ নিচিনা, সহজ, পোনপটীয়া আৰু দৈনিক কোৱা কথাৰ সংমিশ্ৰন। তেওঁ মানুহৰ এই তিনিটা গুণৰ লগত ঘাইকৈ ঘনিষ্ঠ ভাৱে সম্পৰ্ক ৰক্ষা কৰিছে: দান, দয়া আৰু দমন। জীৱনৰ আৰম্ভ মানেই জীৱনৰ অন্তিম আৰু অন্তিম মানেই আকৌ আৰম্ভ। ইয়াৰ লগত বৈদিক আৰু বৌদ্ধ দৰ্শনৰ সম্পূৰ্ণ মিলন ঘটিছে। জন্ম আৰু মৃত্যু, আৰম্ভ আৰু অন্ত, এই থিয়ৰিৰ লগত বৌদ্ধসকলৰ ধৰ্ম্মশাস্ত্ৰ ধম্মপদৰ প্ৰথম আৰু শেষ শ্লোকৰ ভাৱ সমান্তৰাল ভাৱে গৈছে। স্বৰ্গীয় ৰাধানাথ ফুকন বেদান্ত বাচম্পতিৰ ‘কথাৰে উপনিষদ’ত কোৱা হৈছে: বৃহদাৰণ্যকৰ এটি বিচাৰ। দেৱতা, মানুহ আৰু অসুৰ সকলো প্ৰজাপতিৰ সন্তান। এই তিনিও প্ৰজাপতিক উপদেশ বিচাৰিলত ফুটাই একো নকৈ দ—আখৰটো বৰ দীঘলাই উচ্চাৰণ কৰিলে—দ—অ—অ। দেৱত্যই ইয়াৰ অৰ্থ কৰিলে—দ—দাম্যত। অৰ্থাৎ সংযমী হোৱা আৰু কামনা পৰিত্যাগ কৰিবলৈ শিকাঁ। মানুহকো প্ৰজাপতিয়ে সেই দ—অ—অ—শব্দেৰেই উপদেশ দিলে। মানুহে অৰ্থ কৰিলে—দ—দত্ত—দানকৰা। ইয়াৰ তাৎপৰ্য্য লোভ পৰিত্যাগ কৰা। নিষ্ঠুৰ অসুৰেও সেই দ—অ—অ—শব্দকে পালে। তেওঁবিলাকে তাৰ অৰ্থ কৰিলে—দ—দ—ৱ—ধ্ব—ম্ অৰ্থাৎ “দয়া কৰঁ।”,

ক্রোধ পৰিত্যাগ কৰাঁ। প্ৰজাপতিয়ে দিয়া এই উপদেশৰ মূল কথা হ'ল কাম, ক্রোধ আৰু লোভ পৰিত্যাগ। বিজুলী-ঢেৰেকনি মাৰিলে 'দ্দ'ৰ দৰে যি একাঁবেঁকা বিজুলী চমকি উঠে সেয়েই প্ৰজাপতিয়ে উচ্চাৰণ কৰা দ—দ বুলি মানুহে বিশ্বাস কৰে। বজ্ৰধ্বনিৰে মেদিনী কঁপাই মানুহক কয়ঃ

দাম্যত-দত্ত-দয়ধ্বম্ !

দা-ম্য-ত-দত্ত দয়-ধ্বম্ !

ইলিয়টে ইয়াৰে পৰাই তেওঁৰ কবিতাত দিয়াঁ, দয়া কৰাঁ, দমন কৰাঁ—এই দৰ্শন প্ৰবৰ্ত্তন কৰিছে। গতিকে সম্পূৰ্ণ ভাৰতীয় আদৰ্শৰ লগত মিলা নীতি। ধম্মপদৰ প্ৰথম শ্লোকটোৰ সাৰাংশ এনেকুৱাঃ

মন ধৰ্ম্ম সমূহৰ পুৰ্ব্বগামী। মনেই শ্ৰেষ্ঠ আৰু ধৰ্ম্মসমূহ মনোময় বা মনৰ দ্বাৰা গঠিত। যদি কোনোৱে দোষযুক্ত মনেৰে কথা কয় কিম্বা কাম কৰে, তেন্তে গাড়ী টানি নিয়া বলদৰ ঠেঙৰ পাচে পাচে ঘূৰি থকা চকাৰ দৰে দুখে তেওঁৰ পাচ নেৰে। শেষৰ শ্লোকটো এনেঃ

যি মুনিয়ে পুৰ্ব্বজন্মৰ কথা উপলব্ধি কৰিব পাৰে, যি মানস চকুৰে স্বৰ্গ নৰক দেখে, যিজনে পুনৰ জন্মৰ পৰা পৰিত্ৰাণ পালে, যাৰ জ্ঞানে পূৰ্ণতা লাভ কৰিলে আৰু যি জন সকলো বিধৰ পূৰ্ণতাপ্ৰাপ্ত হ'ল, তেওঁকেই মই ব্ৰহ্মজ্ঞানী বুলি কওঁ।

দৰাচলতে সৰ্ব্বসাধাৰণতে কোৱা সহজ সৰল ভাষাৰ বাস্তৱ ৰূপৰ ফ্ৰেমটোৰ ভিতৰত ইলিয়টে যি জীৱন-দৰ্শন লুকাই থৈছে তাৰ লগত ভাৰতীয় দৰ্শনৰ ভাৱধাৰাৰ একো প্ৰভেদ নাই। ৰাধাকৃষ্ণনে কয়ঃ বুদ্ধি আত্মবোধৰ আৰু বাহিৰৰ প্ৰকাশ অন্তৰ্লীন অনুভূতিৰ বশৱৰ্ত্তী। ধৰ্ম্ম মানে বাহিৰৰ উৎসৱ পাৰ্ব্বণ নহয়। ধৰ্ম্ম মানে সত্য-দৰ্শন আৰু অনুভৱ। এই অভিজ্ঞতা খন্তেকীয়া আবেগৰ উত্তেজনা, বা বৃথা কল্পনা নহয়। ই আত্ম-উপলব্ধিৰ গভীৰ তত্ত্ব। ইলিয়টত এইবিলাকেই আছে।



কাম-বাসনাৰ পৰা ওপজা বিষয়সুখক শ্ৰীশঙ্কৰদেৱেও 'কুৎসিৎ বিষয় সুখ' বুলি ঘৃণা কৰিছে। সংযমী হ'বলৈ সকলো প্ৰকাৰৰ পৰিবেশ সৃষ্টি কৰি নৈতিকতাৰ ফালে আগবঢ়াই নিব পাৰিলে জন্ম-নিয়ন্ত্ৰণৰ নামত হোৱা শাস্ত্ৰবিগৰ্হিত ভ্ৰূণ হত্যা মহাপাপৰ পৰা এই মহান ঐতিহ্যপূৰ্ণ প্ৰাচীন দেশখন ৰক্ষা পৰিব। যৌন ব্যাধিত ভৰবয়সতে মাদলীফুটা ডেকা-গাভৰুবিলাক নিপোটল স্বাস্থ্যবান হৈ গোলাপ ফুলৰ দৰে হাঁহি থাকিব পাৰিব।

অসমীয়া কাব্য-কাননত প্ৰাণৰ পাপৰি সিঁচি মাত্ৰ ৩১ বছৰ বয়সত যি জন তৰুণ তপস্বীয়ে মেলানি মাগিলে, সেই গণেশ গগৈৰ প্ৰতি প্ৰীতি জনাই তেওঁৰ কবিতাৰেই এই আলোচনাৰ সামৰণি মৰা হ'ল।

সুখী, দুখী, দীন, হীন, ধনী, দানী, অভিমানী
সৰাৰে শিৰেদি বয় শোণিতৰ ধাৰ,
মৰণ পাৰতো সখি, নোৱাৰে মচিব কেঁৱে
যাউতিযুগীয়া স্মৃতি প্ৰেম-প্ৰতিভাৰ।

## ৰণছেৰা যুগৰ সাহিত্য

পৃথিবীৰ সাহিত্যত গল্প আৰু উপন্যাসৰ মহাসাগৰ সৃষ্টি হৈছে। অসমীয়া সাহিত্যতো এইবিধ কথা-সাহিত্য জনপ্ৰিয় হৈ উঠিছে আৰু এদল সক্ৰিয় প্ৰতিভাশালী তৰুণ লেখকে অসমীয়া সাহিত্যৰ সেৱাত আত্মনিয়োগ কৰিছে। তেওঁবিলাকে সমসাময়িক সাহিত্যত যৌৱনসুলভ প্ৰেৰণাৰে নতুন নতুন বিষয়বস্তু আৰু সমস্যাৰ উত্থাপন কৰি জীৱনৰ বিভিন্ন দিশৰ পৰ্য্যালোচনা কৰিছে। তেওঁবিলাকৰ ৰচনাত কিমান গভীৰ ভাৱ আছে, কি প্ৰগতি সাধিত হৈছে আৰু আমাৰ সাহিত্য আগবাঢ়ি যোৱাত কেনেকৈ সহায় কৰিছে সেইকথা সমালোচকসকলে সহৃদয়তাৰে বিচাৰ কৰি চাবৰ সময় হৈছে। এনে সমালোচনা হব লাগে যাতে তেওঁবিলাকে

অচিনাকী মতবাদৰ মোহত পৰি আমাৰ ঐতিহ্যক একেবাৰেই অৱজ্ঞা নকৰে আৰু আমাৰ সংস্কৃতিৰ বৰ আলিবাটো এৰি ফালৰি নাকাটে। আমাৰ প্ৰধান উদ্দেশ্য হ'ব লাগে পাঠকৰ মনত দ-কৈ সাঁচ বহুৱাব পৰা, আজিৰ পৃথিবীৰ বিবিধ চিন্তাৰ সংঘৰ্ষত জন্ম হোৱা নতুন নৈতিক আদৰ্শ আৰু আগেয়ে চিনি নোপোৱা পৃথিবীখনৰ ৰূপ প্ৰতিফলিত কৰি তোলা। এই কাৰণে আজি-কালিৰ গল্প আৰু উপন্যাস অকল অৱসৰবিনোদনৰ আহিলা নহৈ—জীৱন-গঢ়া সাহিত্যত পৰিণত হ'ব লাগে। এজন ৰুছ সমালোচকে কয়—"আমাৰ এখন কিতাপত এটা বটালিৰ গুণ থাকিব লাগে; বলিষ্ঠ ভাৱ থাকিব লাগে; নিৰীক্ষণৰ সূক্ষ্মবিচাৰ থাকিব লাগে।" জনগণৰ জীৱনৰ এখন দাপোণৰ দৰে চহা জীৱনৰ প্ৰকৃত ৰূপ ফুটি উঠিলে তাত লেখকৰ প্ৰতিভাৰে আধুনিক জীৱনৰ দৰ্শন যোগ দিলে সপোনে-দিঠকে মিলা নতুন ৰূপৰ নতুন সাহিত্যই নিশ্চয় আমাক সম্পদ দিব। ইয়াৰ পৰা বাস্তৱবাদী সাহিত্য সৃষ্টিৰ আনন্দ আৰু সমাজ কল্যাণ সাধিত হ'ব। টলষ্টয়ৰ দৰে ঋষি এজনেও পৃথিৱী বিখ্যাত কথা-সাহিত্যিকসকলৰ গল্প আৰু উপন্যাস পঢ়িছিল। তেখেতে নিজেই কৈছে—এজন অখ্যাত লেখকে শিশু আলোচনী এখনত লেখা এটা গল্প পঢ়ি মুগ্ধ হ'ল। গল্পটোৰ সাৰাংশ এনেকুৱা: খ্ৰীষ্টিয়ানবিলাকৰ ইষ্টাৰ পৰ্ব্বৰ উৰুকাৰ দিনা এগৰাকী দুখুনী বিধৱাই ইষ্টাৰৰ কে'ক তৈয়াৰ কৰিবলৈ অলপ যৱ ধানৰ ময়দা ইঘৰ-সিঘৰত বিচাৰি আনি ময়দাখিনি মাৰিবলৈ পাত্ৰত ৰাখি থৈছেহি। তাৰ মোৱানত দিবলৈ অলপ খমিৰ বিচাৰি পঁজাটো এৰি মানুহ গৰাকী বাহিৰলৈ গ'ল। ল'ৰা-ছোৱালীকেইটাক ঘৰ এৰি কেনিও নাযাবলৈ কৈ গ'ল আৰু সেই ময়দাখিনিলৈ চকু দি থাকিবলৈ কলে। মাক যোৱাৰ পাচত ল'ৰা-ছোৱালী আটাইকেইটা গোটখাই ধেমালি কৰিবলৈ ধৰিলে। সিহঁতে মাকে কৈ যোৱা কথালৈ পাহৰি খেলিবলৈ বাটলৈ ওলাই গুচি গ'ল। হাতত খমিৰ



লৈ মাক উলটি আহি দেখে সেই ময়দাখিনি থোৱা টেবুলৰ ওপৰত কুকুৰা এজনী উঠি ময়দাখিনি তেনেই শেষ কৰি ঠেঙৰ নখেৰে এছাৰি এছাৰি মাটিৰ মজিয়াখনলৈ সিঁচি দিলে আৰু কুকুৰাপোৱালী-বোৰে মাটিৰ পৰা খুটি খুটি খাই আছে। হতাশ হৈ মাকে ল'ৰা-ছোৱালীকিটাক শাওপাত দি অন্তৰত বেজাৰলগাকৈ কান্দিবলৈ ধৰিলে। ইপিনে ল'ৰা-ছোৱালীকিটালৈ পুতৌ জাগিল—ধনী মানুহ-বিলাকৰ ল'ৰা-ছোৱালীবিলাকে বিধে বিধে খাব, মাওৰা ল'ৰা-ছোৱালীকিটাকনো কাইলৈ কি দিব এই ভাবি বিধৱা গৰাকী বিমোৰত পৰিল; কিন্তু সমস্যাটো সমাধান কৰিবৰ উপায় বিচাৰি মাকে মোটা আটাৰেই কে'ক তৈয়াৰ কৰিবলৈ থিৰ কৰিলে। তাতে কণীৰ বগা অংশ আৰু কুহুম দি কে'ক তৈয়াৰ কৰিবলৈ ল'লে আৰু ল'ৰা-ছোৱালীকিটা আহি মাকক বেৰি ধৰিলেহি। মাকে কলে—"ইষ্টাৰৰ অইন কে'কৰ দৰেই সোৱাদ এয়া আমি আটাৰ কে'ক তৈয়াৰ কৰিলো। কাইলৈ ইষ্টাৰ পৰ্ব্বত খাম। আঃ কেনে সুন্দৰ হৈছে"—এই বুলি মাকে এনে ধৰণৰ এটি গীত গাবলৈ ধৰিলে:

"সন্তোষিয়া সৰল প্ৰজাৰ
বিনন্দীয়া ঘেহুঁৰ পথাৰ
ঘেহুঁৰ আটাৰ কে'ক কেনে
খাবলৈ মজাৰ!"

তৎক্ষণাৎ লৰা-ছোৱালীবিলাকৰ মনৰ বেজাৰ কেনিবা গ'ল আৰু আনন্দত উত্ৰাৱল হৈ মাকৰ লগে লগে সেই ছন্দটো গাই নাচিবলৈ ধৰিলে। আগতকৈও বেছি আনন্দ মনেৰে ইষ্টাৰৰ কে'ক খাবলৈ অপেক্ষা কৰিলে।......

আমাৰ সমাজত ফটাছিটা কাপোৰ পিন্ধি হাটে-বজাৰে ঘুৰি ফুৰা কণ কণ লৰা-ছোৱালীবোৰ, কেঁহেৰাজবটা যেন, সেঁতা মুখৰ মানুহবোৰ, বিহুৱে সংক্ৰান্তিয়ে লোকৰ মুখলৈ চাই হুমুনিয়াহ পেলোৱা বিধৱা দুখুনীৰ চৰিত্ৰবিলাক, গল্প-উপন্যাসৰ সাজলৈ অহা

উচিত। তেহে গণ-সাহিত্য গঢ়ি উঠিব। অকল ড্ৰইংৰূমৰ মজ্‌লিচ্‌, ৰেষ্টুৰাঁৰ কাঁটা-চামুচ্‌ৰ খিট্‌খিটনি আৰু উচ্চ শ্ৰেণীৰ জীৱনৰ মাজতে আৱদ্ধ হৈ থকা সময় পাৰ হৈছে। এখন সমাজবাদী গণতান্ত্ৰিক দেশৰ নিম্নতম মানুহজনকো সন্মানৰ স্থান দিয়া উচিত। চহা-জীৱনৰ কথা কবলৈ যাওঁতে গাঁৱলীয়া চৰিত্ৰবিলাকক তই, সি, তাক বুলি হেয় জ্ঞান কৰা অনুচিত। আকাশবাণীয়ে খেতিকসকললৈ বিবিধ বাৰ্ত্তা দিওঁতে যিটো ভাষা ব্যৱহাৰ কৰিছে তাৰ পৰা ব্যঙ্গ সুৰ এটাহে কাণত পৰে। অসমীয়া গাঁৱৰ মানুহবিলাকেও শঙ্কৰ-মাধৱৰ ঘোষা-কীৰ্ত্তন পঢ়ি-শুনি মাৰ্জিত ভাষা বঢ়িয়াকৈ ক'ব পাৰে। উচ্চ শ্ৰেণীৰ কাৰণে এটা আৰু চহা মানুহৰ কাৰণে আন এটা ভাষা থকাটো গণতান্ত্ৰিক নীতিৰ সম্পূৰ্ণ বিৰোধী।

১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনাৰ পৰা ভাৰতবাসীয়ে মুক্তি-মঙ্গল গাই মুকলি ভাৱে উশাহ লব পৰা হ'ল আৰু লগে লগে ৰাজনৈতিক আৰু সামাজিক পটভূমিৰ বিবিধ সংঘাত উপস্থিত হলহি। তেতিয়াৰ পৰা ১৯৬৭ চনলৈকে এই দুই দশকত অসমীয়া কবিতা, গল্প আৰু উপন্যাসতো এটা নতুন ধাৰা সোমালেহি। যিসকল কবি কলা-সাহিত্যিকে এই ছোৱাত অৰিহণা দিলে আৰু এতিয়াও দি আছে সেইবিলাকক বহল আলোচনা কৰিলে আমাৰ নিবেদন বৰ দীঘলীয়া হ'ব। বিশেষ ভাৱে কাৰো নাম উল্লেখ কৰিবলৈ আমি ইচ্ছা কৰা নাই, অকল এই কাৰণে, যে, হয়তো কোনোবা গুণী শিল্পীৰ নাম আমি ভালকৈ নপঢ়াৰ বাবে বাদ পৰিও যাব পাৰে। আমি নতুন লেখকসকলক স্বাগত সম্ভাষণ জনাইছোঁ। আহক, সকলো আমি মিলি মাতৃজাতি, মাতৃভূমি আৰু মাতৃভাষা এই তিনি মাতৃৰ সেৱাত নিঃস্বাৰ্থভাৱে আত্মনিয়োগ কৰি অসমৰ গৌৰৱ বৃদ্ধি কৰোহঁক।



## দুঃস্বপ্ন নাশন

আমাৰ এই জন্মভূমিখনত ৰাজনৈতিক, সামাজিক আৰু অন্যান্য ক্ষেত্ৰত বিৰোধ, বিসম্বাদ আদি উপচি পৰিছে। বড়ো ভাই-সকলে বড়ো ভাষাৰ মাধ্যমেৰে শিক্ষা লবলৈ বিচাৰিছে। অসমীয়া ভাষাত প্ৰায় শতকৰা ৫০ ভাগ বড়ো শব্দই আছে। বড়ো ভাই-সকল সংখ্যাত নিচেই তাকৰ হলেও তেখেতসকলেই অতি পুৰণি অসমীয়া! বড়ো সাহিত্যিকসকলে অসম সাহিত্য সভাত সোমাই সমিল-মিলেৰে সুমীমাংসা কৰিলেহে আমাৰ কল্যাণ সাধিত হ'ব। এই সম্পৰ্কে সাহিত্য সভাই কাৰ্য্যকৰী পন্থা অচিৰে হাতত লোৱা উচিত।

'আহোম-টাই মঙ্গোলীয় পৰিষদ' নামে এটি অনুষ্ঠানৰ জন্ম হৈছে' অসম [ অচম ] শব্দটোৱেই আহোমসকলৰ প্ৰভাৱ ঘোষণা কৰি আছে আৰু আহোম ৰাজত্বতে অসমীয়া সমাজ সমৃদ্ধ হ'ল। এনেহেন এখন দেশত এটি সুকীয়া মনোভাৱ সৃষ্টি কৰা সমূহীয়া কল্যাণৰ বিৰোধী কথা হৈছে। স্থায়ী আৰু গজগজীয়া ভাৱে আমি প্ৰতিষ্ঠিত নহৈ, খণ্ড খণ্ড ভাৱত ফালৰি কাটিলে অসমীয়া ভাষা-সাহিত্য-সংস্কৃতি বিপন্ন হ'ব। আমি যেন বিভেদ সৃষ্টি নকৰি জন্মভূমিৰ ঐক্য সাধনত ব্ৰতী হওঁ ইয়াকে সদৌটিক জনালোঁ।

সুকীয়া 'কমতা ৰাজ্য', গোৱালপাৰাৰ 'স্বায়ত্বশাসন প্ৰশ্ন' ইত্যাদি দুঃস্বপ্নৰে অনেক অসমীয়াৰ মন বিক্ষিপ্ত হৈছে। চিন্তাশীল কল্যাণকামী লেখক, কাকতৰ সম্পাদক আৰু দেশনায়কসকলে এই দুঃস্বপ্নবোৰ শুভ বুদ্ধিৰে নাশ কৰি, গোৱালপাৰাৰ পৰা শদিয়ালৈকে সমগ্ৰ অসমখন বিভেদবিহীন এটা গোটত পৰিণত কৰিবলৈ দেহে-কেহে লাগিবৰ হ'ল। গৃহকন্দলেই ধ্বংসৰ মূল। আমাৰ মাজত যেন এনে একো কন্দল নাথাকে।

মহাবীৰ লাচিত বৰফুকনৰ নামত যি এটি আন্দোলনৰ সূত্ৰ-পাত হৈছে সি ভাল কথা। কাৰণ, বীৰপূজা কৰিবই লাগে; কিন্তু

এনেহেন এজন স্বদেশপ্ৰাণ অমৰ বীৰৰ নামত যেন একো চেকা নালাগে তালৈ সকলোৱে মন কৰা উচিত। আমাৰ নিজৰ বোধেৰে আমি এইজন চিৰস্মৰণী বীৰৰ নামত এটি 'শৰীৰ সাধন মহাবিদ্যালয়' গুৱাহাটীত স্থাপন হোৱাটোহে অতি লাগতিয়াল কথা বুলি ভাৱো। অসমীয়া ডেকাসকলৰ মাজত শৰীৰ সাধন সুবিধা দিবলৈ এনে এটি অনুষ্ঠানৰ বৰ দৰ্কাৰ। এই ক্ষেত্ৰত অসমীয়া ডেকাসকল বহুত পিচপৰি আছে। আমি হায়দৰাবাদত এনে এটি 'কলেজ অব্ ফিজিকেল কালচাৰ' দেখিছিলো। এই কামত আমাক চৰকাৰেও নিশ্চয় সহায় কৰিব।

## সংস্কৃত আৰু হিন্দী

অসম সংস্কৃত পৰিষদে অনুমোদন জনোৱা মতে সংস্কৃত ভাষা শিক্ষা উচ্চ মাধ্যমিক স্তৰত বাধ্যতামূলক হোৱা নিতান্ত উচিত। মহাপুৰুষীয়া সংস্কৃতিকেই বোলক বা অইন সংস্কৃতিকে বোলক সকলোৰে মূলত সংস্কৃত সাহিত্যই আছে। সংস্কৃত জানিলে হিন্দী জনাতো সুবিধা হব।

হিন্দী ভাষাৰ প্ৰতি বিৰূপ মনোভাৱ পোষণ কৰা মানে ৰাষ্ট্ৰীয় ঐক্য সাধনত ব্যাঘাত সৃষ্টি কৰা। সাহিত্যৰথী বেজবৰুৱাই ৭৫ বছৰৰ আগতে পঞ্চমভাগ "জোনাকী" কাকতত হিন্দী সম্পৰ্কে এইদৰে লেখি থৈ গৈছে ঃ

"হিন্দী ভাষা অতি শ্ৰেষ্ঠ ভাষা। সি যেনে তেজী, তেনে কোমল, যেনে তপত, তেনে চেঁচা, যেনে কটু তেনে মধুৰ।...... ভাৰতবৰ্ষৰ অধিক সংখ্যক মানুহে হিন্দী ভাষা বুজে আৰু কয়। ......ভাৰতেশ্বৰী মহাৰাণী ভিক্টোৰীয়াই মৌলবী ৰাখি অতি যত্নেৰে হিন্দী ভাষা শিকিছে আৰু সেই ভাষাত কথা কব পৰা হৈছে। যদি ইংৰাজী ভাষাৰ বাহিৰে ভাৰতবৰ্ষত কোনোবা ভাষা গোটেই



ভাৰতবাসীৰ পৰস্পৰৰ কথা কবৰ আৰু ভাব সলনাসলনি কৰিবৰ উপযোগী তেন্তে সি হিন্দী ভাষা।"....

ৰুচিয়াত ত্ৰিশটামান বেলেগ বেলেগ ভাষা আছে ; কিন্তু তেওঁবিলাকে আমাৰ দৰে ভাষা সমস্যাৰ কুফল ভোগ কৰিবলগীয়া হোৱা নাই। প্ৰত্যেক ভাষাৰ সম্পদৰাজি ৰাষ্ট্ৰীয়কৰণ কৰি আজিৰ ৰুছ সাহিত্যৰ বিশাল ক্ষেত্ৰ এখন সৃষ্টি হৈছে আৰু বিভিন্ন ভাষা-ভাষীৰ মাজত ঐক্য সাধিত হৈছে। আমাৰ ৰাষ্ট্ৰতো যদি হিন্দীয়েই উমৈহতীয়া ভাষা হয় তেন্তে সকলো আঞ্চলিক সাহিত্যৰ লগত সমগ্ৰ ভাৰতবৰ্ষৰ সংহতি সাধনৰ এটি সোণালী পথ ওলাব। এই বাবে হিন্দীৰ বিৰোধিতা কৰা উচিত নহয়।

## চিন্তাশীল সাহিত্য দৰ্শন উপনিষদ

স্বৰ্গীয় ৰাধানাথ ফুকনৰ দৰ্শন, উপনিষদ আদি অসমীয়া সাহিত্যলৈ মূল্যবান বৰঙণি। কিছুদিনৰ আগত ৰাজ্যিক প্ৰচাৰ সঞ্চালক অধ্যাপক দুলাল চন্দ্ৰ ভূঞাৰ "জীৱনৰ মান' চিন্তাগধুৰ এখন মূল্যবান গ্ৰন্থ আমি পাইছো ; কিন্তু আমাক উপনিষদসমূহ, বেদৰ ভাঙনি, জৈন দৰ্শন, ইছলামীয়া দৰ্শন, শিখধৰ্ম্মৰ তত্ত্ব আদিৰ অসমীয়া ভাঙনি বৰ প্ৰয়োজন হৈছে। কাৰণ অসমত বাসকৰা সেই সেই ধৰ্ম্মৰ লোকসকলে অসমীয়া ভাষাত পঢ়িবলৈ কিতাপ পালে অসমীয়া সাহিত্যৰ ক্ষেত্ৰখন বহল হ'ব আৰু আমাৰ মাজত আৱেগিক ঐক্য সাধিত হব। অসমীয়া সাহিত্যৰ সম্পদ বাহিৰত প্ৰচাৰ কৰিবৰ উদ্দেশ্যে ইংৰাজী ভাষাৰে কিতাপ লেখিবলৈ স্কলাৰসকল আগবাঢ়ি আহক। ৰাজনীতিৰ মাজত থাকিও শ্ৰীহেম বৰুৱাই "অসমীয়া সাহিত্য" সম্পৰ্কে ইংৰাজী কিতাপ এখন লেখা বাবে তেখেত শলাগৰ পাত্ৰ। ডঃ নেওগৰ ইংৰাজী 'শঙ্কৰদেৱৰ' দৰে আৰু কিতাপ লাগে।

## গ্ৰন্থকাৰ আৰু প্ৰকাশক

গ্ৰন্থকাৰ, প্ৰকাশন পৰিষদ আৰু কিতাপ প্ৰকাশ কৰা প্ৰতিষ্ঠান সমূহৰ মাজত এটা সংহতি সাধনৰ প্ৰয়োজন অনুভৱ কৰা হৈছে। শিশু সাহিত্য, চিৰায়ত সাহিত্য, গ্ৰন্থাৱলী, ভ্ৰমণ কাহিনী, জীৱনী সাহিত্য আদিত আমাৰ সাহিত্য পিচ পৰি আছে। সাহিত্য সভা, প্ৰকাশন পৰিষদ আৰু পুথি প্ৰকাশক-সকলৰ এটা সংহতি স্থাপন হোৱা অতি প্ৰয়োজন। সাহিত্য সভাই অকলে সকলো কাম কৰিবলৈ সভাৰ পুঁজি নাই, ছপাশাল নাই। সেইবাবে সহযোগী প্ৰতিষ্ঠ সমূহৰ ভিতৰত কোনে কোনবিধ কিতাপ প্ৰকাশৰ দায়িত্ব লব সেই কথা আলোচনা কৰি কামত হাত দিব লাগে। এনে কৰিলে অলপ দিনৰ ভিতৰতে আমাৰ ভাষাত বহুত কিতাপ ওলাব। সুখৰ বিষয় প্ৰকাশন পৰিষদে অগাধ পণ্ডিত আনন্দৰাম বৰুৱাৰ সংস্কৃত অভিধানখন পুনৰ মুদ্ৰণ কৰা কাম হাতত লৈছে। ভালেমান মূল্যবান গ্ৰন্থৰ অনুবাদ প্ৰকাশ কৰা বাবে পৰিষদক শলাগ জনোৱা হ'ল।

## সাহিত্য সভাৰ গাঁথনি আৰু পুঁজি

এতিয়ালৈকে অসম সাহিত্য সভাখনৰ যি গাঁথনি আছে, ইয়াৰ পৰা সকলো কাম কৰিব পৰা সম্ভৱ নহয়। আনহাতে সাহিত্য সভাক যি পৰিমাণে পুঁজি লাগে সিমান পুঁজিও নাই। এবছৰ কাল এজন সম্পাদক হৈ কিমান কাম কৰিব পাৰে সেইটোও ভাৱিবলগীয়া কথা। সাহিত্য সভাৰ লগত বিশ্ববিদ্যালয়ৰ ফেলোশ্বিপ থকাৰ দৰে কিছু 'সহযোগী সদস্য' লাগে আৰু এজন সম্পৰ্কৰক্ষী বিষয়া স্থায়ী ভাৱে লাগে। অসমৰ বিভিন্ন ঠাইত আলোচনাচক্ৰৰ আয়োজন কৰি সকলো পন্থৰ সাহিত্যিকৰ লেখিত আলোচনা-বিলাক সংগ্ৰহ কৰি সাহিত্য সভা পত্ৰিকাৰ যোগে প্ৰচাৰ কৰিলে অসমীয়া সাহিত্যৰ অশেষ কল্যাণ সাধন হব। এই সম্পৰ্কে আমাৰ



বিস্তৃত আঁচনি যথাসময়ত সাহিত্যসেৱীসকলৰ জ্ঞাতাৰ্থে দাঙি ধৰাৰ ইচ্ছা আছে।

অসমীয়া ভাষাৰ উন্নতিৰ অৰ্থে আমাৰ চৰকাৰে যি ফেৰা অৰ্থ সাহায্য দিছে সি অতি সামান্য। এইখন আমাৰ ৰাজ্য, এয়া আমাৰ ভাষা-সাহিত্য আৰু এই চৰকাৰ আমাৰ চৰকাৰ। সমগ্ৰ সাহিত্যসেৱীয়ে চৰকাৰক একমুখে জনাওক যে, পিচপৰি থকা অসমীয়া সাহিত্যৰ উন্নতিৰ হকে চৰকাৰে আমাক বছৰি নিচেই কমেও একলাখ টকাৰ এটি অনুদান দিব লাগে। টকা নহলে একো কাম কৰিব নোৱাৰি। অকল চৰকাৰেই নহয় ৰাইজেও এইফালে মন কৰিব লাগে। সভাৰ এটি নিজা ছপাশাল হলে মৃত সাহিত্যিকসকলৰ গ্ৰন্থৰাজি, গৱেষণামূলক গ্ৰন্থ আদি প্ৰকাশ কৰি সাহিত্যৰ ভঁৰাল চহকী কৰিব পৰা হ'ব। স্বৰ্গীয় হিতেশ্বৰ বৰবৰুৱা আৰু অলপতে স্বৰ্গী হোৱা সৰ্ব্বানন্দ ৰাজকুমাৰৰ গৱেষণালব্ধ দুখন বিৰাট আহোম বুৰঞ্জীৰ পাণ্ডুলিপি অপ্ৰকাশিত হৈ পৰি আছে। এইবিলাক সম্পদ উঁয়ে খাই নষ্ট হবলৈ দিয়া উচিত নহয়।

## সাহিত্যিক পেন্সন

উত্তৰ লক্ষীমপুৰ সাহিত্য সভাত আমাৰ মুখ্যমন্ত্ৰী চলিহা ডাঙৰীয়াই উদ্বোধনী ভাষণত কৈছিল: "সাহিত্যিকসকলক সহায় আৰু সম্মান কৰা উচিত।" কথাষাৰ কোৱা আজি কেবা বছৰো হ'ল; কিন্তু আজিলৈকে এজনো সমৰ্থহীন সাহিত্যিকে একো সাহায্য পোৱা নাই। সাহিত্য চৰ্চ্চাৰ দৰে ভদ্ৰউদ্দেশ্যত আত্মনিয়োগ কৰা সাহিত্যিকসকল এখন ৰাষ্ট্ৰৰ আদৰৰ পাত্ৰ হোৱা উচিত। দৰ্খাষ্ট কৰি সাহিত্যিক পেন্সন লোৱা আত্মসন্মানবোধ থকা সাহিত্যিক

সকলৰ কাৰণে বেজাৰৰ কথা। অসম সাহিত্য সভাৰ লগত যোগাযোগ কৰি উপযুক্ত লোকক আৰ্থিক সাহায্য, পেন্সন আদি দিয়া কাম চৰকাৰে হাতত ললেহে এই বুদ্ধিজীৱীসকলক জীয়াই থাকিবলৈ আৰু সাহিত্য সৃষ্টি কৰিবলৈ সহায় কৰা হ'ব।

'অসম বাণী', 'দৈনিক অসম', 'ত্ৰিবিউন', 'জনমভূমি', 'নীলাচল', 'অসম বাতৰি', 'নাহেকীয়া অসমীয়া', 'প্ৰহৰী' প্ৰভৃতি কাকতে লেখকসকলক মাননি দিয়া নিয়ম প্ৰবৰ্ত্তন কৰা সন্তোষৰ কথা হৈছে। অসমীয়া সংবাদ-সাহিত্যও দিনকদিনে উন্নতিৰ পথত আগবাঢ়ি যোৱাত আশাৰ সঞ্চাৰ হৈছে। গুণগ্ৰাহী ৰাইজেও শিল্পী-সাহিত্যিকসকলক অৰ্থসাহায্য দি সহানুভূতি দেখুৱাইছে। এখন জীয়া সমাজত এনেবিলাক সংকৰ্ম্মৰ মহামূল্য আছে। কিতাপ প্ৰকাশকসকলেও গ্ৰন্থকাৰক দিয়া ৰয়েলটিৰ পৰিমাণ বৃদ্ধি কৰিবলৈ আগবাঢ়ি অহা উচিত।

## সাহিত্য সভাৰ প্ৰতিনিধিত্ব

সাহিত্য একাডেমী, প্ৰকাশন পৰিষদ, পাঠ্য-পুথি নিৰ্ব্বাচন কমিটী, বিশ্ববিদ্যালয়ৰ পুথি বছা বিভাগ আদিত অসম সাহিত্য সভাই প্ৰতিনিধিত্ব কৰা দৰ্কাৰ।

## আখৰ জোটনি, অভিধান

বৰ্ত্তমান আখৰ জোটনি সম্পৰ্কে বেমেজালিৰ সৃষ্টি হৈছে। হেমকোষ আৰু চন্দ্ৰকান্ত অভিধানৰ মাজত বহুত অমিল আছে। চন্দ্ৰকান্ত অভিধানত অনেক লাগতিয়াল শব্দ নাই। এইবিলাক দূৰ কৰিবৰ কাৰণে এটি বিশেষজ্ঞ কমিটী পাতি সোনকালে কাম হাতত লবৰ হ'ল। সাহিত্য সভাই চন্দ্ৰকান্ত অভিধানৰ নতুন তাঙৰণ উলিয়াবলৈ ডঃ নেওগৰ সম্পাদনাত কাম আৰম্ভ কৰিছে।



## সামৰণি

সামৰণিত দেখিছো সৌৱা বৈজ্ঞানিক যুগৰ চমকপ্ৰদ ভাৱনা—মহাকাশ ভ্ৰমণ, চন্দ্ৰলোক প্ৰদক্ষিণ। দিব্যশঙ্খৰ দৰে তুষাৰ বৰণীয়া চন্দ্ৰই স্নিগ্ধ শীতল কিৰণ দিয়েই থাকিব। ক্ষীৰসাগৰৰ ত্ৰিকূট্ পৰ্ব্বত মৃগপছু হৈয়েই থাকিব। ভেঁটফুলে ভেবালাগি জোনলৈ চায়েই থাকিব, ত-তয়াই তৰাবোৰে শৰাই সজায়ে থ'ব—আহক, এই শাশ্বত সৌন্দৰ্য্যৰ মোহনমেলাত শ্ৰীলৌহিত্যৰ ভৰা-সুঁতিত অসমীয়া সাহিত্যৰ সোণৰ নাওখন মেলি দিওঁ, দেশে-বিদেশে চেনেহী ভাষা জননীৰ গৌৰৱ ৰৈ-বৈ যক।

সুধীবৃন্দ, ভাৱিছিলোঁ চৌষষ্ঠি কলাৰ নৈবেদ্য সম্ভাৰেৰে বেদী ওপচাই আপোনাসৱক প্ৰাণৰ নিবেদন যাচিম; কিন্তু বিচাৰি পালো এসত্তৰ পাত সেউজীয়া তুবৰি বনহে। ইয়াৰেই অৰ্ঘ ৰচি নিঃকিনৰ অন্তৰভৰা সেৰাটি যাচিলোঁ।

তুবৰিবনৰ গাঁথিয়ে গাঁথিয়ে পোখা ওলোৱাদি পুৰুষে পুৰুষে অসমীয়া সাহিত্যসেৱীৰ সংখ্যা বাঢ়ক। ভদ্ৰচিন্তাৰে পৰম্পৰৰ শুভসংযোগ ঘটক আৰু সমগ্ৰ বিশ্বৰ মানৱ সমাজৰ মাজত মহামিলনৰ আনন্দধ্বনি উঠক।

"অনাদি অনন্ত অচিন্ত্য ঈশ্বৰ
তুমি সে নিত্য নিৰ্ম্মল।
গুচায়ো কুমতি ভজোহো কেৱল
তোমাৰ পদ কমল॥"

'বকুল বন'
যোৰহাট-১
শ্ৰীআনন্দ চন্দ্ৰ বৰুৱা
২৭।১।৬৯

## আলোচনা চক্ৰৰ সভাপতিৰ ভাষণ

**অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া, মূল সভাৰ প্ৰধান পুৰোহিত ডাঙৰীয়া, সমবেত প্ৰতিনিধিমণ্ডলী আৰু সমাগত সাহিত্যপ্ৰেমীসকল,**

আজি পুৱা এই মহতী মণ্ডপত অনুষ্ঠিত 'আলোচনা-চক্ৰলৈ' মোৰ দৰে এজন অৰ্ব্বাচীনক মাতি আনি যি মৰম অঞ্জলি যাচিছে, মই জানো—মই সিমান মৰমৰ অধিকাৰী নহওঁ। ই মোৰ বিনয় বচন নহয়। অথবা চিৰাচৰিত লৌকিকতাও নহয়। ই মোৰ আপোন বিশ্বাসৰহে কথা। যিখন সভাত ইমানকেইজন কৃতবিদ্য সমালোচক আৰু প্ৰথিতযশা কবি সমকালীন অসমীয়া কবিতা সংক্ৰান্ত গুৰু-গম্ভীৰ আলোচনাত প্ৰবৃত্ত হ'ব, সেইখন সভাত মোৰ দৰে ৰিক্তপ্ৰাণ তুচ্ছ লেখক এজনে মাথোন ইমানকে ক'ব পাৰিম ঃ আজি মই একেসময়তে বহুতো নদীৰ সংগ্ৰাম-প্ৰবাহত অৱগাহন কৰিলোঁ। মোৰ প্ৰাণ ধন্য হ'ল। যি সকলৰ মৰম-অঞ্জলি পাই এয়া সম্ভৱ হৈ উঠিল, তেখেতসকলৰ ওচৰত মই ঋণী হৈ ৰৈ গলোঁ। তাৰ বেছি এষাৰ কথাও ক'ব নোৱাৰিম। বাকী যিখিনি ক'ম, তাৰে মাথোন আপোনালোকৰ সময়ৰ খৰচ বঢ়াম।

সাম্প্ৰতিক কবিতা বুলি চিৰস্থায়ী নামৰ সাঁচ মৰা এবিধ কোনো বিশেষ বস্তু নাই। সাহিত্যৰ বুৰঞ্জীত প্ৰত্যেক যুগতেই নিৰন্তৰ সাম্প্ৰতিক কবিতা ৰচিত হৈ আহিছে। প্ৰতিটো চলন্তি হৈ থকা যুগৰ বিবেচনাত, সেই যুগৰ চাৰিসীমাৰ ভিতৰত ৰচিত কবিতাসমূহ সাম্প্ৰতিক কবিতা। যুগটো অতীত হৈ যোৱাৰ লগে লগে সমালোচকৰ দলে সেই যুগটোক এটা যুক্তিযুক্ত নামেৰে নামাঙ্কিত কৰি বুৰঞ্জীৰ বুকুলৈ ঠেলি পঠিয়ায়। আজি



যিবোৰ কবিতাক সাম্প্ৰতিক বুলি আখ্যা দিছোঁ, সেই কবিতাবোৰ তেতিয়ালৈকে সাম্প্ৰতিক অথবা আধুনিক হৈ ৰ'ব, যেতিয়ালৈকে সিহঁত ৰচিত হোৱা সময়খিনি এটা বিশেষ নামেৰে অভিষিক্ত নহয়। আৰু এটা কথা, এই অসমাপ্ত যুগটোত ৰচিত হোৱা সেইবোৰ শিল্পকৰ্মই সাম্প্ৰতিক কবিতা আখ্যা পাবৰ উপযুক্ত, যিবোৰ শিল্পকৰ্ম কাব্যৰ বিশিষ্ট লক্ষণ সমূহেৰে লক্ষণাক্ৰান্ত। প্ৰত্যেক যুগতেই কবিতাৰ নামত এনে কিছুমান বস্তু ৰচিত অথবা নিৰ্মিত হয়, যিবোৰ বস্তু সময়ত বুৰঞ্জীৰ চালনীৰে সৰকি যায়গৈ—যুগটো অতীত হ'বলৈ নৌ পাওঁতেই কবিতা হিচাবে অপ্ৰমাণিত হৈ পৰে। সেইবোৰ বস্তুক আলোচনাৰ মাজলৈ টানি আনিলে কোনো যুগৰে কবিতাৰ আলোচনা সুস্থ হ'ব নোৱাৰে। সাম্প্ৰতিক হওক, অসাম্প্ৰতিক হওক, কবিতা একান্তৰূপে কবিতাই হ'ব লাগিব। আৰু আমি সেইবোৰ শিল্পকৰ্মকেই কবিতা বুলি কওঁ, যিবোৰ শিল্পকৰ্মই শব্দক মাধ্যম হিচাবে লৈ বিশুদ্ধ ধ্বনিৰ গুণেৰে গুণান্বিত সংগীত আৰু স্বচ্ছ অৰ্থৰ সম্পদেৰে ঐশ্বৰ্য্যবান গদ্যৰ মাজৰ ঠাইখিনি অধিকাৰ কৰি ৰয়।

প্ৰশ্ন উঠে, আমাৰ কাব্য-সাহিত্যৰ বুৰঞ্জীত যিখিনি কবিতাক থুপাই লৈ তাৰে স'তে এটা অসমাপ্ত যুগৰ আৰম্ভণি হোৱা বুলি ধৰি লৈছোঁ, সেই সিদ্ধান্তৰ ভেঁটিটো কিমান শকত? হয়তো এনেকুৱাও হ'ব পাৰে, আমি যিখিনি ঠাইত এটা চলন্তি যুগৰ আনটো মূৰৰ গাঁথিটো কল্পনা কৰি লৈছোঁ, সেইটো সময়ৰ গাঁথি নহয়, মাথোন দুটা বেলেগ ঢৌৱে ইটোৱে সিটোক চুমাখোৱা ঠাইডোখৰহে! সকলো দেশৰে কবিতাৰ বুৰঞ্জীত এনে ঘটনা ঘটি আহিছে। আমাৰ নিজৰ সাহিত্যৰ বুৰঞ্জীতে তাৰ দৃষ্টান্ত আছে। তথাকথিত বিস্তাৰ যুগটো শংকৰী যুগৰে শেষ তৰংগ বুলি ক'লেহে কিজানি সত্যৰ বেছি ওচৰ চপা হয়। ঠিক তেনেকৈয়ে, এতিয়াও কিজানি শেষ হৈ গ'ল।

বুলি ধৰি লোৱা আগৰ যুগটোৰ বুকুৰ পৰাই আৰু এটা নতুন ঢৌ উখহি উঠিছে! এই প্ৰশ্নটোৰ সমিধান বুৰঞ্জীয়েহে সল-সলীয়াকৈ দিব পাৰিব। এতিয়া আমি মাথোন অনুমান কৰিব পাৰোঁ ধাৰণা কৰিব নোৱাৰোঁ। আমাৰ নিজৰ অনুমান স্থূল হিচাপত চন্দ্ৰকুমাৰ আগৰৱালাৰ পৰা দেৱকান্ত বৰুৱালৈকে বিস্তৃত যুগটো শেষ হৈ গ'ল, যিটো যুগক আমি শঙ্কৰী যুগৰ অনুকৰণত বেজবৰুৱা যুগ বুলি ক'ব পাৰোঁ। কাৰণ কেবাটাও ঢৌৰ ভাঁজ যেনেকৈ সেই সময়খিনিৰ ভিতৰত সোমাই আছে, তাৰে স'তে তুয়োমুৰে তুটা গাঁথি থকা এটা যুগ কল্পনা কৰি ল'ব পাৰোঁ, যাৰ শেষত এটা যতিহে আছে—ভাঁজ নাই। চন্দ্ৰকুমাৰৰ পাঠক এজনৰ কাৰণে বৰকাকতী যিমানখিনি অচিনাকি আৰু বৰকাকতীৰ পাঠক এজনৰ কাৰণে দেৱকান্ত বৰুৱা যিমানখিনি অচিনাকি দেৱকান্তৰ পাঠক এজনৰ কাৰণে নৱকান্ত বৰুৱা তাতকৈ বহু বেছিগুণে অচিনাকি। এই অচিন-অচিন লগা ভাৱটোৰ গাঢ়তাই হ'ল সাহিত্য-বুৰঞ্জীৰ সময়ৰ স্কেল।

এইখিনিতে হয়তো কোনোবাই হুমুনিয়াহ কাঢ়িব পাৰে, যদি ইমান বেছি অচিন অচিন লগা হৈ নাহিলহেঁতেন আজিৰ কবিবোৰেও দেখোন আগৰ দৰেই লেখি থাকিব পাৰিলেহেঁতেন। পয়াৰ ভাল নেলাগিলে মুক্তাৱলী নাইবা হংসমালা লেখা হ'লেই হ'লহেঁতেন। ঈশ্বৰ ভাল নেলাগিলে মানুহৰ কথা লেখিলেই হ'লহেঁতেন। হ'লহেঁতেন—কিন্তু তেওঁলোকে নোৱাৰিলে। কাৰণটোও সিমান অগভীৰ নহয়। গ্ৰীক দাৰ্শনিক হেৰাক্লিটাছে কৈ গৈছে: কোনো মানুহেই একেখন নদীত দুবাৰ গা ধুব নোৱাৰে। এই সহজ কথাষাৰ গমি চালে বৰ গধুৰ হৈ পৰে। অলপ আগতে যিখিনি পানীৰে ইয়াত যিখন নদী আছিল, এতিয়া সেই নদীখন ভটীয়নি সোঁতত মিহলি হৈ হেৰাই যোৱাৰ পাচত কোনেও তাত দুনাই গা ধুব নোৱাৰে। মানুহৰ সভ্যতাও এখন নদীৰ দৰে—তাৰ ঢৌৱে সদায় বাগৰ সলাই থাকে। প্ৰত্যেক সাৰ্থক কবিৰ কবিতাত বিশ্বজনীন



সুৰ এটা যেনেকৈ বাজি উঠে, ঠিক তেনেকৈয়ে সেই সুৰটোৰ আঁৰে আঁৰে লুকাভাকু খেলি যায়, আপোন যুগৰ আপোন মানসে। এই মানস হ'ল, বিষয় সম্পৰ্কে বিষয়ীৰ যি ধাৰণা, তাৰে এটা সামগ্ৰিক ৰূপ। যুগে যুগে এই মানসৰ নতুন একোটা ৰূপ ফুটি উঠে। যদি কোনোবাই আশা কৰে, আগৰ যুগৰ মানসকে মূলধন স্বৰূপে লৈ নতুন যুগৰ কবিয়েও 'সকলো কালৰ সকলো গীত' গাই শুনাওক, তেনেহলে একেখন নদীত দুবাৰ গা ধুবলৈ কোৱাৰ দৰে হ'ব। বন্ধ নদীৰ ঘোলা পানীত গা ধুব খোজাজনেহে সেই অসম্ভৱক সম্ভৱ কৰি তোলাৰ সম্ভাৱনা! সাম্প্ৰতিক কবিতাৰ সম্পৰ্কে বিভিন্ন মহলত এই যে নানা সন্দেহ; বিচিত্ৰ উষ্মা আৰু কুটিল ভ্ৰূকুটি, তাৰে সৰহভাগৰ মূল কাৰণটো হল, নদীৰ স্বাভাৱিক ধৰ্মৰ লগত তেওঁলোকৰ অপৰিচয়। তেওঁলোকে মাথোন ঘাটটোহে চিনি পায়, সোঁতটোৰ কথা পাহৰি যায়।

ইয়াৰ পাচত, এটা কথা পৰিষ্কাৰ হৈ উঠে: সাম্প্ৰতিক কবিতা হ'বৰ বাবে, কবিতা-বিশেষৰ ৰচনা-তাৰিখৰ সাম্প্ৰতিকতাই যথেষ্ট নহয়। যি কবিতাত আপোন যুগৰ আপোন মানসৰ কোনো স্বাক্ষৰ নাই, সেই কবিতা সম্প্ৰতি ৰচিত হ'লেও সাম্প্ৰতিক বিশেষণৰ পৰা বঞ্চিত হ'বলৈ বাধ্য। বহুতে অৱশ্যে এই কথাষাৰকে অপব্যাখ্যা কৰি কব খোজে: আধুনিক কবিতা গোষ্ঠীৰ কবিতা। দৰাচলতে, সভ্যতাৰ বুৰঞ্জীত যেনেকৈ প্ৰতিটো সন্ধিক্ষণৰ পূৰ্বৰুণে মাথোন কেইজনমান মানুহৰ দিগন্তকেই ৰেঙাই যায়, ঠিক তেনেকৈয়ে কাব্য-সাহিত্যৰ বুৰঞ্জীতে ঋতু-পৰিবৰ্ত্তনৰ প্ৰথম বাতৰিটো মাথোন এমুঠি কবিয়েই পায়। লাহে লাহে সেই বাতৰিটোৱেই নহয়, তাৰ আচল বতাহছাটিয়েই আন বহুতকে কোবাই যাবলৈ ধৰে। ইয়াৰ আগৰ যুগৰ সেই উকমুকনিৰ প্ৰথম বাতৰিটো পাইছিল, বেজবৰুৱা, চন্দ্ৰকুমাৰ আৰু হেম গোঁসায়ে। এইটো যুগৰ বাতৰিটো পালে, অমূল্য বৰুৱা আৰু হেম বৰুৱাই। সেইবোৰ বুৰঞ্জীৰ আঁত

লগা সাধু নকওঁ বুলিয়েই থমকি বৈ গলো। এতিয়া মুঠতে কবিতা লেখা প্ৰায় আটাইবোৰ কবিৰ গাতে সেই পচোৱাৰ বা লাগিছে। কেৱল সেয়ে নহয় বেলেগ বেলেগ চৌৰ ভাঁজো ফুটি ওলাইছে।

ভাঁজ যিমানে বেছি হৈ আহিছে, গোটেই যুগটোৰ কাব্য-সাহিত্যৰ এখন ছবি আঁকিবলৈয়ো সিমানে জটিল হৈ পৰিছে। প্ৰশ্ন উঠিছে, সাম্প্ৰতিক কবিতাৰ বিষয়বস্তু কি? প্ৰশ্নটো প্ৰায় অবান্তৰ। কবিতা বিষয়বস্তুক লৈ ৰচিত নহয়। বিষয়বস্তু মাথো অৱলম্বন। তথাপি যদি ক'বই লাগে, তেনেহ'লে ক'ম, বিষয়বস্তু চিৰপুৰাতন। সেই একে প্ৰেম আৰু মৃত্যু, গছ আৰু নদী, ফুল আৰু তৰা। মাথোন তাৰ ওপৰত দৃষ্টিপাতৰ প্ৰকাৰভেদ ঘটিছে। আৰু ঘটিছে, বিষয়বস্তুৰ অনুপাতৰ গুৰুত্বভেদ। আজিৰ কবিতাত স্বৰ্গ আৰু ঈশ্বৰৰ সিমান বেছি প্ৰাধান্য নাই, যিমান প্ৰাধান্য আছে মানুহ আৰু পৃথিবীৰ। জগত নামৰ যন্ত্ৰটোত মাজে মাজে চাবি আৰু মবিলৰ যোগান দি থকা ঈশ্বৰ এই যুগৰ কবিতাৰ পৰা একপ্ৰকাৰ নিৰ্বাসিতেই হৈছে। তাৰ পৰিৱৰ্ত্তে যি মানুহৰ আগমন ঘটিছে, সিয়ো সেই মানুহটো নহয়, যাৰ অতীতটো আছিল বিজ্ঞানে নিষ্পত্তি কৰি দিয়া বান্দৰৰ আৰু ভৱিষ্যতটো আছিল কল্পনাৰে বঞ্জিত হৈ উঠা ঈশ্বৰৰ—যাৰ বৰ্ণনা সেই যুগৰ এজন কবিয়ে এইদৰে দিছিল: Man is a God in germ— মানুহ ঈশ্বৰৰ ভ্ৰূণকোষ!

আচল কথাষাৰ হ'ল, এই যুগৰ কবিতাৰ কোনো সাৰাংশ নাই, ঠিক যেনেকৈ ইয়াৰ আগৰ যুগৰ কবিতাত নাই তাৰো আগৰ যুগৰ দৰে কবিতাৰ নীতিকথা। উদাহৰণ দিলে, কথাষাৰ বুজিবলৈ সহজ হ'ব। কোলৰিজৰ Dejection Ode নামৰ কবিতাটোত, কবিয়ে দুখ কৰিছে: তেওঁ বহুদিন কবিতা লেখিব পৰা নাই। মগজৰ ভিতৰত ইমানদিন ধৰি যেন এচটা সীহ সোমাই আছিল। আজি হঠাৎ যেন কবিতাই আহি তেওঁৰ মনটোক কোবাই গৈছেহি। এই কথাষাৰকে এই যুগৰ এজন



শিৰোমণি-কবি মালাৰ্মেই তেওঁৰ Swan কবিতাটোত কৈছে। বৰফৰ ডাঠ চামনিৰ তলত সোমাই থকা এটা ৰাজহাঁহে অনুভৱ কৰিছে, তাৰ পাখিৰ ওপৰত হেঁচা মাৰি থকা বৰফখিনি যেন পনীয়া হৈ আহিছে। পাখিবোৰ যেন কঁপি উঠিছে। ক'তো তেওঁ এবাৰৰ কাৰণেও কোৱা নাই, সেই ৰাজহাঁহটো শুভ্ৰ কবিতাৰ প্ৰতীক। তেওঁ মাথোন বেদনাবোধৰহে ছবি এখন আঁকি দিছে, যি বেদনাই পাঠকৰ সহৃদয়হৃদয়সংবাদী কাণৰ ভিতৰেদি সোমাই মৰম পশিবগৈ। এই বুদ্ধিগ্ৰাহ্য গদ্যৰ ভাষাৰে সাৰাংশৰ ৰূপত তুলি ধৰিব নোৱাৰি। এই যুগৰ কবিতাৰ মূল স্বৰূপটো এনেকুৱাই।

মালাৰ্মেৰ কবিতাত বাজি উঠা বেদনাৰ সুৰটো এজন কবিৰ কবিতা লেখিব নোৱাৰা অক্ষমতাৰ অকলশৰীয়া দুখৰ উচুপনি নহয়। সেয়া এই যুগৰ সকলো মানুহৰ বুকুত বাজি উঠা ছিন্নমূল সভ্যতাৰ আশ্ৰয়হীন মানসৰ প্ৰতিধ্বনি। দেশ-কালৰ চিৰাচৰিত ধাৰণা বিধ্বস্ত হৈ গৈছে। কাৰ্য্যকাৰণবাদৰ দৰে মানুহৰ বুদ্ধিগ্ৰাহ্য তত্ত্বকথা অন্তৰ্হিত হৈ গ'ল। মুঠতে প্ৰকৃতিক আমি যিমানে গভীৰকৈ জানিব পাৰিছোঁ, সিমান আমাৰ সান্ত্বনাৰ মাজুলীটো সময়ৰ সোঁতে খহাই নিবলৈ ধৰিছে। মানুহ তেনেহ'লে কি লৈ জীয়াই থাকিব? কবিতাই তাৰ একমাত্ৰ আশ্ৰয়। অন্য কোনো বুদ্ধিগ্ৰাহ্য বিষয়বস্তু নহয়। এই যুগৰ চিত্ৰকলাৰ পৰা নাট্যকলালৈকে —সকলোতে ৰীতি পৰিবৰ্ত্তনৰ মাজেদি ঋতু-পৰিবৰ্ত্তনে এই স্বৰূপটো প্ৰকাশিত হৈ উঠিছে। ইলিয়টৰ কবিতাৰ ৰীতি যিদৰে টেনিচনৰ অনুৰূপ নহয়, পিকাচোৰ ছবি অঁকাৰ ৰীতিও সেইদৰে ৰেনব্ৰাণ্টৰ অনুৰূপ নহয়। আৰু নহয়- টেনেচি উইলিয়ামচ্‌ৰ নাটক উপস্থাপনৰ ৰীতি চেক্সপীয়েৰৰ অনুৰূপ। ৰেমব্ৰাণ্টে ছবি আঁকিছিল মুকলি আকাশৰ তলত। চকুৰ আগত ভাহি থকা সাগৰখন, পাৰৰ ঘৰ এটা আৰু নাও এখন ৰং আৰু ৰেখাৰে ৰূপায়িত হোৱাতেই ছবিৰ পূৰ্ণতা আহিছিল। পিকাচোৱে ছবি আঁকে, ষ্টুডিওৰ ভিতৰত। প্ৰকৃতিৰ

মাজত সদায় দেখি থকা ছবিবোৰ ভাগি ভাগি ৰেখা হৈ, বং হৈ, তেওঁৰ মনৰ পাত্ৰত সঞ্চিত বিমূৰ্ত্ত মূৰ্ত্তিবোৰে যেতিয়া নতুন ৰূপ এটা পৰিগ্ৰহ কৰে, সেয়ে তেওঁৰ ছবি। আজিৰ যুগৰ কবিবোৰৰো কবিতা ৰচনাৰ ৰীতি এইটোৱেই। তেওঁলোকৰ কবিতাত বৰ্ণনাৰ কোনো ৰৈখিক ক্ৰম এটা নাই। নানা চিত্ৰ, নানা উপমা, নানা প্ৰতীক আৰু নানা পৰোক্ষসূচনা মূল ফ্ৰে'মটোৰ ওপৰেদি অহা-যোৱা কৰি থাকে। আৰু যিটো ফ্ৰে'মৰ কথা কৈছোঁ, সেই ফ্ৰে'মটোৰ চাৰিসীমাও আগতে কাটি থোৱা বিধৰ নহয়। চবিখনৰ স্পন্দনশীলতাই যিটো ফ্ৰে'ম অনিবাৰ্য্যৰূপত বিচাৰিব, সেইটোৱেই হ'ব তাৰ হ'বলগীয়া ফ্ৰে'ম।

এই ফ্ৰে'ম সম্পৰ্কীয় তত্ত্বকথাৰ আধাৰতেই সাম্প্ৰতিক কবিতাৰ ছন্দ সম্পৰ্কীয় মূল তত্ত্বটোও বুজি ল'ব পাৰি। ইয়াৰ আগৰ যুগৰ কবিতাত ছন্দৰ একোটা ধৰাবন্ধা সাঁচত কবিতাৰ ভাৱবস্তুক ঢালি দিয়া হৈছিল। এতিয়া চিত্ৰলধ্বনিকেই ভাৱবস্তুৰ আধাৰত ঢালি দিয়া হয়, যাতে সি তাৰ প্ৰয়োজন অনুসৰি নিজৰ সাঁচটো নিজে গঢ়ি ল'ব পাৰে। সহজকৈ ক'বলৈ হলে, আজিৰ কবিতাৰ ছন্দৰূপ পূৰ্বনিৰ্ধাৰিত নহয়। প্ৰশ্ন উঠিব পাৰে, আগৰ যুগতো জানো কবিতাৰ ছন্দৰূপ পূৰ্বনিৰ্ধাৰিত আছিল! চন্দ্ৰকুমাৰে যেতিয়া 'তেজীমলা' লেখিছিল, তেওঁ ছুলড়ীত লেখিবৰ কাৰণে তেজীমলাক বিচাৰি অনা নাছিল। বৰং তেওঁৰ তেজীমলাইহে ছুলড়ীটোকে নিজৰ গাতখোৱা চোলাটো বুলি বিচাৰি লৈছিল। কথাষাৰ সঁচা, লগতে এইষাৰ কথাও সঁচা: জানোছা ছুলড়ীৰ চোলাটো ক'ৰবাত খামুচীয়া হৈ পৰে, সেই ভাৰি তেওঁৰ তেজীমলাই উঠা-বহা কৰোতে উঠো নে নুঠোকৈহে উঠিছিল বহো নে নবহোকৈহে বহিছিল। মুঠতে আগৰ যুগৰ কবিতাই নিজৰ ছন্দৰূপটো বাছিহে ল'ব পাৰিছিল— বিচাৰি ল'ব নোৱাৰিছিল। কোনোবাই সুধিব পাৰে: তেনেহ'লে নতুন যুগৰ কবিতাৰ ছন্দত বান্ধোন বোলা বস্তুটো নাই



নেকি? আছে—মাথোন তাৰ গাঁথিবোৰ আগেয়ে য'ত আছিল, এতিয়া তাত নাই। বান্ধোন নোহোৱা ছন্দ পৃথিবীৰ কোনো দেশৰ কোনো কবিতাতে নাই।

একেবাৰে সহজ ভাষাত ক'বলৈ হ'লে এতিয়াৰ কবিতাৰ ছন্দত আগৰ দৰে সম আৰু ফাঁকবোৰ সমান সময়ৰ মূৰে মূৰে নপৰে আৰু তাৰ তালো পূৰ্বনিৰ্দ্দিষ্ট নহয়। এতিয়াৰ ছন্দত তাল সলনি হৈ থাকে। আৰু, এই তাল সলনিৰ ঘটনাটো অমিত্ৰাক্ষৰ ছন্দৰে স্বাভাৱিক বিৱৰ্ত্তন। এই মিশ্ৰতালৰ ছন্দ-সজ্জাই হ'ল মুক্তক। অমিত্ৰাক্ষৰ ছন্দৰ চকুৰে দেখা, কাণেৰে নুশুনা চৰণৰ অন্তত থকা যতিবোৰ গুচাই লৈ ভিতৰৰ অসমান যতিবিলাকৰ তালে তালে পঢ়ি গ'লেই মুক্তকছন্দগুণীৰ কণ্ঠত তাৰ আপোন সুৰেৰে বাজি উঠে। অৱশ্যে, সাম্প্ৰতিক কবিতাৰ ৰাজ্যত বান্ধোন সোলোকা ছন্দও এবিধ নোহোৱা নহয়। তাকে আমি স্পন্দিত গদ্য বুলি কওঁ। ইয়াত কথাৰ ভাষাক আনি ছন্দৰ চোতালত বহুৱাই লোৱা হৈছে। ইয়াৰ তাল বাহিৰৰ পৰা জাপি দিয়া বিধৰ নহয়—ভিতৰৰ পৰা ফুটি ওলোৱা বিধৰ। ৰবীন্দ্ৰনাথৰ ভাষাৰে ক'বলৈ হ'লে ইয়াৰ ছন্দ গানৰ আলাপৰ দৰে। ইয়াত ধ্বনিৰূপত যিখিনি মাধুৰ্য্য হেৰাই যোৱাৰ সম্ভাৱনা, সেইখিনি পুৱাই লোৱা হয় চিত্ৰৰূপেৰে। সাম্প্ৰতিক কবিতাৰ ছন্দ সম্পৰ্কে এইখিনি কথা নক'লেও হ'লহেঁতেন। ক'লো এই বাবেই, বহুতে এতিয়াও আখৰ গণি ছন্দক চকুৰে চাবলৈ বিচাৰে। ছন্দৰ বান্ধোনটো কেতিয়াবা হয়তো চকুৰে দেখা পোৱা সম্ভৱ; কিন্তু, কঁপনিটো কেৱল কাণেৰেহে শুনা যায়। আনহাতে, মাথোন বান্ধোনটোৱেই ছন্দৰ গোটেইখিনি নহয়। বান্ধোন আৰু কঁপনি, তাল আৰু সুৰ—দুয়োটাকে লৈহে ছন্দ। অকলে থাকিলে হয় সি মুকুতা হ'ব, নহয় নিয়ৰ! মুকুতাৰ বান্ধোন আছে, কঁপনি নাই; নিয়ৰৰ কঁপনি আছে, বান্ধোন নাই।

এতিয়া মই সেই গোপন সমস্যাটোলৈ আহোঁ, যাৰ বাহিৰৰ ৰূপটো হ'ল দুৰ্বোধ্যতা আৰু ভিতৰৰ ৰূপটো হ'ল তত্ত্বকথাৰ প্ৰশ্ন। আজিৰ যুগৰ কবিৰ ধাৰণা, কবিতাৰ ক্ষেত্ৰত শব্দৰ আভিধানিক অৰ্থৰ কোনো মূল্য নাই। ইলিয়টে কৈছে: কবিতাত শব্দৰ অৰ্থৰূপক নিৰ্মমভাৱে উপেক্ষা কৰি গ'লেও কোনো ক্ষতি নাই। কাৰণ, তাৰ প্ৰয়োজন মাথোন সিমানখিনিয়েই যিমানখিনি প্ৰয়োজন চোৰৰ হাতত থকা মঙহৰ টুকুৰাৰ। পাঠকৰ প্ৰহৰী মনটোক ভুলাই ৰাখিব পৰাতেই তাৰ সকলো দায়িত্ব শেষ। তেওঁলোকে ক'ব খোজা কথাষাৰ ঠিক এনেকুৱা: অৰ্থ হ'ল গদ্যৰ উপকৰণ আৰু ধ্বনিৰূপ কবিতাৰ। গদ্যৰ ক্ষেত্ৰত শব্দৰ ধ্বনিৰূপটো তেতিয়ালৈকে প্ৰয়োজনীয়, যেতিয়ালৈকে সি অভিধানৰ ভিতৰত থকা অৰ্থক বহন কৰি আনি পাঠকৰ হাতত চমজাই দিব নোৱাৰে। যি মুহূৰ্ত্ততে পাঠকে তাৰ অৰ্থৰূপটো হাতৰ মুঠিত পাই গ'ল, সেই মুহূৰ্ত্ততে শব্দৰ শুদ্ধ ধ্বনিৰূপ অপ্ৰয়োজনীয় হৈ পৰিল। শুনিছোঁ, জাপানৰ 'কাবুকি' নাটকত হেনো মঞ্চৰ ওপৰত মৃত্যুৰ দৃশ্য থাকিলে, মৰিবলগীয়া মানুহজন মৰাৰ পাচতে, নাটক চলি থকা অৱস্থাতেই, মঞ্চৰ পৰা উঠি গুচি যায়। যুক্তিটো হ'ল, নাটকৰ বাবে মৃত্যুৰ ধাৰণাটোৱেই প্ৰয়োজনীয়, মৃতদেহটো অতিৰিক্ত। গদ্যৰ ক্ষেত্ৰত শব্দৰ ধ্বনিৰূপটোও ঠিক তেনেকুৱাই; কিন্তু কবিতাৰ ক্ষেত্ৰত শব্দৰ ধ্বনিৰূপটোৱেই ৰসৰ স্বৰূপ। অৰ্থৰূপটোহে জাপানী নাটকৰ মৃতদেহ!

কথাষাৰ ভালকৈ বুজি পাবলৈ হ'লে, আকৌ এবাৰ ছবিৰ দৰ্শনলৈ উভতি যাবলগীয়া হয়। আমি যে ছবি চাই আনন্দ পাওঁ সেই আনন্দৰ স্বৰূপটো কি? ৰোজাৰ ফ্ৰাই নামৰ এগৰাকী চিত্ৰ সমালোচকে লেখিছে: যি ছবিত প্ৰকৃতিৰ প্ৰতিবিম্বন আছে, সেই ছবি চাই আমাৰ মনত যি আনন্দৰ অনুভূতি জাগি উঠে, সি ছবি হৈ উঠাৰ আগতে বাস্তৱ প্ৰকৃতিক দেখা পোৱা আনন্দানুভূতিৰ অতীত বেলেগ এটা অনুভূতি। ধৰি লোৱা যাওক, এটা ঘোঁৰাৰ এখন ছবিত ধৰা দিয়া ঘোঁৰাটো আচল ঘোঁৰাটোৰে ৰসোত্তীৰ্ণ ৰূপ। এবিধ ৰসিক কলামোদী আছে, যি সেই ছবিখনকে ৰং আৰু ৰেখাৰ সমষ্টি বুলি চাব জানে। তেনেকৈ চাবলৈ হ'লে, ঘোঁৰাৰ প্ৰতিবিম্বনটো নাই বুলি ধৰি ল'ব লাগিব। ছবিখন জানিবা- এলিচৰ সাধুত থকা সেই মেকুৰীটো, যাৰ হাঁহিটো আছে—মেকুৰীটো নাই। সেই হাঁহিটোৰ দৰে, বিমূৰ্ত্ত ছবিখন দেখি জাগি উঠা অনুভূতিটোৱেই হ'ল, বিশুদ্ধ নন্দনতাত্ত্বিক অনুভূতি। বিমূৰ্ত্ত ছবিৰ দৰেই বিশুদ্ধ শব্দৰ ওপৰত প্ৰতিষ্ঠিত কাব্যৰো মূল লক্ষ্য হ'ল, বৰ্ণসংস্থানৰ সুষমা আৰু ৰেখাৰ স্পন্দনে যোগান ধৰা অনুভূতিৰ দৰেই বিশুদ্ধ ধ্বনিৰূপেৰে নন্দনতাত্ত্বিক অনুভূতিৰ যোগান ধৰা। সাম্প্ৰতিক অসমীয়া কবিতাৰ ৰাজ্যলৈয়ো এই ধাৰণাৰ ঢল নহাকৈ থকা নাই আৰু দুই-এজন দেৰাংগভূষণ বস্ত্ৰ দেখা পোৱা সমালোচকেও তাকে লৈ টেঁটু ফালিবলৈয়ো পাহৰা নাই।

আমি স্বীকাৰ কৰোঁ, কবিতা শব্দেৰেই লেখা হয়—ভাবেৰে নহয় আৰু স্বীকাৰ কৰোঁ, শব্দৰ বিশুদ্ধ ধ্বনিৰূপেৰেও মহত্তম শিল্প ৰচিত হ'ব পাৰে; কিন্তু সেই শিল্পকৰ্ম অনিবাৰ্য্যৰূপেই সংগীত হ'ব। কবিতাই শিল্পৰূপ হিচাবে নিজকে প্ৰকাশ কৰিবলৈ যি শব্দক বাহন স্বৰূপে লয়, সেই শব্দৰ কেৱল ধ্বনিৰূপেই নাই, তাৰ অৰ্থৰূপো আছে। আৰু আছে, স্থায়ী অভিধাৰ অতীত ব্যঞ্জনা। এই ব্যঞ্জনাৰ ব্যাপ্তি যিমানে অধিক হ'ব, সিমানে তাৰ ধ্বনিৰূপো স্মৰণীয় হৈ ৰৈ যাব, ঠিক যেনেকৈ ৰৈ যায় 'তোমাৰ খোপাৰ আবেলি আবেলি গোন্ধ'! ৰোজাৰ ফ্ৰা'য়ে বিচৰাৰ দৰে, খুব কম মানুহেই ঘোঁৰাটোক বাদ দি ঘোঁৰাৰ ছবিখন চাব পাৰে। চাব নোৱাৰে বুলি নকওঁ—কিন্তু লাখৰ ভিতৰত এজনেইহে পাৰে। কবিতা যদি লাখৰ ভিতৰত এজনৰ কাৰণেই সৃষ্টি কৰা হয়, তেনে'হলে কবিয়ে তাৰ জৰীমনাও ভৰিব লাগিব। কবিৰ কবিতা কোনেও নপঢ়িব।

চিত্ৰস্তনিতধ্বনিৰ মৰ্মস্পৰ্শিতাই কবিতা। ইয়াৰ ধ্বনিৰূপ যিদৰে আছে সেইদৰে চিত্ৰৰূপো আছে। আৰু সেই চিত্ৰৰূপ শব্দৰ অৰ্থেৰে অঁকা ব্যঞ্জনাৰে বৰ্ণস্নাত। এটা সংগত প্ৰশ্ন উঠে এইখিনিতে, ৰসিক পাঠকে তেনেহলে কবিতা পঢ়াৰ আনন্দ দুবাৰ দুই ধৰণে ল'ব লাগিবনেকি? কাৰণ প্ৰতিবিম্বনৰ আনন্দানুভূতি আৰু বিশুদ্ধ নন্দনতাত্ত্বিক অনুভূতি একেসময়তে গ্ৰহণ কৰাৰ বাটত অন্তৰায় যে আছে সেই কথাষাৰ সুস্পষ্ট। হয়তো আমাৰ মনে পখিলাৰ দৰে ধ্বনিৰূপ আৰু ব্যঞ্জনা নামৰ দুটা বেলেগ ফুলৰ পৰা ওপৰাওপৰিকৈ মৌ চোহাটোৱেই সচা। প্ৰশ্নটোৰ সমিধান আজিলৈকে কোনেও দিব পৰা নাই; কিন্তু কবিতাই যদি পাঠকৰ পখিলামনক কালিদাসৰ জীৱনৰ শেষ শ্লোকটোত থকা সেই একেটি মাথোন ফুলকেই দিয়ে, য'ত ভোমোৰাটো বহাৰ লগে লগে পাহিবোৰ জাপ খাই গ'ল আৰু সি ওলাব নোৱাৰা হৈ ভিতৰতে ৰৈ গ'ল, তেনেহ'লে কবিতা পঢ়িবলৈ মানুহৰ ভয় লগাটোৱেই স্বাভাৱিক।

এতিয়া মই বেলেগ এটা সমস্যালৈ আহিব খুজিছোঁ। প্ৰত্যেক কবিৰ ভিতৰতে এজন অন্তৰ্লীন সমালোচক সমাহিত হৈ থাকে; কিন্তু এই সমালোচকজনে সমালোচকৰ পৰিভাষাৰে কথা ক'ব নাজানে। কেতিয়াবা সাহিত্যৰ বুৰঞ্জীত সেই সৌভাগ্যৰ ৰবি উদয় হয়, যেতিয়া এনে একোজন অকবি সমালোচক আহি ওলায়হি, যিজনে সেই ক'ব নজনা কথাবোৰ জুকিয়াই ক'ব জানে আৰু তাৰ লগতে কবিৰ মনত থকা ধ্যান-ধাৰণাবোৰৰ স্ববিৰোধখিনিও আঙুলিয়াই দিব পাৰে। আমাৰ সাহিত্যত তেনেকুৱা এজন সমালোচক আছিল ডঃ কাকতি। তেওঁৰ সমালোচনাই ৰোমাণ্টিক যুগৰ কাব্য আন্দোলনক আৰু দুখোজ আগবঢ়াই দিলে: সাম্প্ৰতিক অসমীয়া কবিতাৰ কপালত সেই সৌভাগ্য ঘটা নাই। বৰং কিছুদিনৰ পৰা দুই-এখন কাকতত এনেকুৱা এবিধ সমালোচনা চকুত পৰিবলৈ ধৰিছে, যি বোৰত ৰামলীলা চাবলৈ যোৱা দৰ্শকৰ 'আগৰ মানুহ



বহি যাওক' ধৰণৰ বিকট চিঞৰৰ একোটা শুনিবলৈ পাওঁ। এজনক মাজে মাজে লগ পাও, হাতত এডাল গৰখীয়া ল'ৰাৰ এচাৰি লৈ, সেইডালকে বাটে-ঘাটে ক্ৰুচেডৰ তৰোৱালখনৰ দৰে ঘূৰাই-পকাই, কাৰোবাক 'কবিটিলিকা' বুলি সুহুৰি মাৰি, কাৰোবাক 'বলদ শৰ্মা' বুলি আৰু কাৰেবোক 'ফিলিপ চাহেব' বুলি একো একোটা ওভোতা মাত মাতি, খেয়াল আৰু খুচিমতে দুই-এজন কবিৰ হৈ ওকালতি কৰি ৰফা। ভাৱটো এনেকুৱা, যেন তেওঁৱেইহে বুজি পাইছে পল ভেলেৰীৰ সোণ-ৰূপৰ মুখৰ কথাষাৰ: "I am nothing but an engineer manufacturing an artefact of words." সেইবাবে তেওঁ কোনোবা এজনৰ গোটেইটো কবিতাৰ শব্দবোৰ সোলোকাই-মেলি চিঞৰ-বাখৰ লগাই দিয়ে: এইটো ইয়াত ভুল নম্বৰৰ বল্টু লগোৱা হ'ল, ইমান নম্বৰৰ বল্টু লগালেহে কবিতাটো চলি থাকিলহেঁতেন। আৰু কিছুমান নমুনা আছে। সেইবোৰৰ অৱতাৰণা কৰি বিৰক্তিৰ সৃষ্টি কৰা ইচ্ছা মোৰ নাই। মাথোন ইমানকে ক'ব খুজিছোঁ: আপেলটো খাই উঠি, সেইটো টেঙা বুলি কোৱাৰ অধিকাৰ সমালোচকৰ আছে; কিন্তু যিখন হাতেৰে আপেলটো আগবঢ়াই দিয়া হয়, সেই হাতখন খামুচি ধৰি আঙুলি চোবোৱাৰ অধিকাৰ কোনো সমালোচকৰে নাই। সেইটো কাম কৰি হাতচাপৰি ল'ব পাৰি, ওভতগোৰে নাচিব পাৰি, আনকি লংকাকাণ্ডও জুৰিব পাৰি; কিন্তু এটা কাব্য আন্দোলনক সঠিক বাটেৰে আগবঢ়াই নিয়াৰ দৰে মহৎ কাম, ৰসিক পাঠকৰ ৰুচি আৰু মেজাজ তৈয়াৰী কৰাৰ দৰে কঠিন কাম কৰিব নোৱাৰি। তাৰ বাবে কেৱল পঢ়া-শুনাই যথেষ্ট নহয়, উচ্চ গ্ৰামত বন্ধা ৰুচিবোধৰো প্ৰয়োজন। বাট চাই ৰ'লো, এজন সদ্‌গুৰুজাতীয় সমালোচকৰ ভৰিৰ ধুলিৰে অসমীয়া কবিতাৰ চোতাল পৱিত্ৰ হৈ উঠক! বহুতো নতুন কবিৰ জন্ম হৈছে। তেওঁলোকৰ বহুতেই সাহিত্যৰ নামত বহা হাটৰ মাজত বাট বিচাৰি পোৱা নাই। তেওঁলোকক বাট

দেখুৱাবৰ বাবে নিৰভিমানী আৰু নিৰ্ভৰশীল সমালোচকৰ প্ৰয়োজন।

আৰু এটা কথা। আজি কিছুদিনৰ পৰা লক্ষ্য কৰিছোঁ কেৱল কবিতাতে নহয়, গল্প-উপন্যাস-নাটক সকলোতে দেখোন 'কল্লোল নিমাত হ'ল জীৱনৰ ফল্গুৰ পাৰত!' এই নিশ্চলতা, এই স্থৱিৰতা কিহৰ? প্ৰাণশক্তিৰ অৱক্ষয়ৰ নে প্ৰত্যাহ্বানৰ অভাৱৰ? নাইবা এক অগভীৰ আত্মতুষ্টিৰ? বিশ্বাস নকৰোঁ, প্ৰত্যাহ্বানৰ অভাৱত বুলি। অসম আজি জীৱন-মৰণৰ দোমোজাত; অসমীয়া আজি নিজৰ ঘৰত নিজেই আলহী হওঁ হওঁ। এনেকুৱা প্ৰত্যাহ্বান আহিলেই একোটা জাতিয়ে আঁঠুকাঢ়ি জীয়াই থকাতকৈ থিয় হৈ মৰিবলৈ শিকে। সেই বোধনৰ শংখ যদি সাহিত্যিকৰ হৃদয়তেই নাবাজে, তেনেহ'লে কাৰ হৃদয়ত বাজিব? কেৱল 'ফৰ্ম'ৰ সাধনা কৰা সাহিত্যিকে মাথোন সাহিত্যৰ স্বৰ্ণপাত্ৰকেই নিৰ্মাণ কৰিব পাৰে—কিন্তু তাত থবৰ কাৰণে সিংহিনীৰ দুগ্ধ দোহন কৰিব নোৱাৰে। কি প্ৰয়োজন সেই স্বৰ্ণপাত্ৰৰ, যদি তাত থব খোজা বস্তুখিনি অন্য যি কোনো ধাতুৰ পাত্ৰই ধাৰণ কৰিব পাৰে? আমাৰ কবি-সাহিত্যিকসকলে নিজকে নিজেই এই প্ৰশ্ন কৰি চোৱাৰ সময় সমুপস্থিত। নহ'লে, আমাৰ যুগৰ সকলো কাব্য সাধনা ধুঁৱলিকুঁৱলী কিবা এটা হৈ বতাহৰ লগত মিহলি হৈ যাব। সকলো কালৰ কবিতা যেনেকৈ যুগ মানসক বাদ দি ৰচনা কৰিব নোৱাৰি, আপোন দেশৰ বেদনাবোধক বাদ দিও তেনেকৈ সকলো দেশৰ গীত গাব নোৱাৰি। জানো আমাৰ যুগৰ কবিসকলে এই কথাষাৰ মোতকৈয়ো বেছি ভালকৈ বুজি পায়। আশা আছে, আকৌ এবাৰ চন্দ্ৰকুমাৰৰ কবিতা, বৰদলৈৰ উপন্যাস আৰু বেজবৰুৱাৰ নাটক একেটা জোকাৰতে ওলাই অহাৰ দৰে, অনেক শ্ৰেষ্ঠ গল্প, কালজয়ী উপন্যাস আৰু মহৎ কবিতাৰে আমাৰ সাহিত্য উপচি উঠিব। মই এই একেটা জোকাৰতে আটাইবোৰ ওলোৱাৰ ওপৰত গুৰুত্ব দিছোঁ। কাৰণ, কোনো ভাষাৰে সাহিত্যত বিশেষ এটা



অংগৰ বিকাশ অকলশৰীয়াকৈ নহয়। দেৱকান্ত বৰুৱাৰ 'সাগৰ দেখিছা?' যে বীণা বৰুৱাৰ 'জীৱনৰ বাটত' আৰু চৈয়দ আব্দুল মালিকৰ 'পৰশমণি'ৰ লগত একেলগে হাত ধৰাধৰিকৈ ছপাখানাৰ পৰা ওলাই আহিছিল, সেয়া জানো কেৱল দৈৱিক সংযোগ? এতিয়াও তেনেকুৱা এটা উজ্জ্বল তাৰিখলৈ বাট চাই ৰ'লোঁ।

বহুত কথা কৈ শুনালোঁ। প্ৰগল্‌ভতা মোৰ দোষ। নিজৰ গুণেৰে আপোনালোকে মোক ক্ষমা কৰিব। অসম সাহিত্য সভাৰ ইতিহাসত আজি এখিলা নতুন পাত মুকলি হ'ল। খুব সম্ভৱ, অসমীয়াৰ এই মহৎ অনুষ্ঠানটোৰ বাৰ্ষিক অধিৱেশনত এইদৰে সাহিত্যৰ বিষয় এটা লৈ আলোচনা চক্ৰ পতাৰ ব্যৱস্থা এয়েই প্ৰথম। প্ৰথম খোজটো দিওঁতে, কিছু চঞ্চলতাই চুই যোৱাটো অতি স্বাভাৱিক। সেই চঞ্চলতা যদি ক'ৰবাত কেনেবাকৈ প্ৰকাশ হৈ পৰিছে, সি নিশ্চয় ক্ষমাৰ যোগ্য।

—মহেন্দ্ৰ বৰা

# কবি সন্মিলনৰ সভাপতিৰ ভাষণ

## ছন্দৰ জন্ম

নতত্ৰসূৰ্য্যোভাতি নচন্দ্ৰতাৰকম
নেমা বিদ্যুতোতাপ্তি কুতোয়ম আগঃ
তম্ এবভান্তম্ অনুভাতি সৰ্ব্বম্
তস্যভাষা সৰ্ব্বম্ ইদম্ বিভাতি ॥ ( কঠোপনিষদ )

নিস্তব্ধ ব্ৰহ্মাণ্ড মহাশূণ্য ব্যোমমণ্ডল— গভীৰ গভীৰতম সীমাহীন গাম্ভীৰ্য্যতা—চন্দ্ৰ-সূৰ্য্য-তাৰকাৰ জ্বলা নাই জেউতিৰ শিখা বিজুলীৰ চমকনি অগ্নিৰ উত্তাপ নাই নিথৰ নিবৰ। অকস্মাৎ তৰঙ্গ জাগিল, কম্পনত প্ৰকাশিত মহানাদ ওঁম্ শব্দে মহাব্যোম্ আলোড়িত ৰূপায়িত দ্ৰুত তৰঙ্গত কঁপে থৰ্ থৰ্ মহাশূণ্য ঘনীভূত বিদ্যুৎ শক্তিত—কেন্দ্ৰীভূত ব্ৰহ্মশক্তি বিশ্বাত্মাৰ ধ্বনি।

"একোহহং বহুস্যামি"

"এক ব্ৰহ্ম", "মই বহু হম", মহান সৃষ্টিৰ ক্ৰিয়া বিদ্যুতৰ শিখা শক্তিপুঞ্জ মন্থনত সহস্ৰ কিৰণ বাকি সবিতা উদয় দীপ্ত সাৱিত্ৰী মণ্ডল প্ৰকাশিত চন্দ্ৰ-তাৰকা কোটি নক্ষত্ৰ পুঞ্জীভূত নীহাৰিকা সুনীল আকাশত কঁপে সৌন্দৰ্য্যৰ প্ৰভা আলোকমণ্ডল, জাগ্ৰত ৰূপময়ী মহা প্ৰকৃতিৰ নৃত্যলীলা। সুকুমাৰী সুন্দৰী পৃথিৱী সুসজ্জিতা ৰূপায়িতা নাদ চৈতন্যত। সৃষ্টি জীৱকুল স্থাৱৰ জঙ্গম, জগতৰ শ্ৰেষ্ঠ সৃষ্টি ধৰাৰ মানৱ। মানৱৰ মঞ্জিল উৰ্ব্বৰ উন্নত সৃষ্টিৰ প্ৰসাৰতা ধৰ্ম্ম প্ৰকৃতিৰ।



শব্দ ব্ৰহ্ম মহানাদৰ অজেয় শক্তিৰ ক্ৰিয়াত বিশ্বৰ সৃষ্টি পাতনি। বিশ্বৰ সৌন্দৰ্য্য সৃষ্টিৰ অগ্ৰদূত মানৱযাত্ৰীয়ে পালে— সত্যৰ সন্ধান, ৰসৰ সন্ধান, আনন্দ সন্ধানী মানৱযাত্ৰী আগবাঢ়ি গল—ৰসসন্ধানী মানৱ চিত্তই পালে অন্তৰৰ গোপন ভঁৰালৰ সম্বাদ। বিধাতাই ভৰাই থোৱা 'ৰসো বৈসঃ'ৰ সন্ধান। মানুহ চৈতন্যত ৰসবোধৰ সৃষ্টি হল। অজ্ঞান জড় প্ৰকৃতিত আৱদ্ধ উলঙ্গ মানুহে প্ৰকৃতিৰ মাজত সহজাত ৰস সন্ধানৰ সম্বাদ পালে। ৰস অন্বেষী মনে পালে কলাৰ সন্ধান। সপ্ত মানসত কলাবোৰ জাগিল প্ৰাণত মনত সৌন্দৰ্য্য তৃষ্ণা লৈ ক্ৰমশঃ মানৱযাত্ৰী আগবাঢ়ি গল অগ্ৰগতিৰ বাটত। মানুহৰ জড় প্ৰকৃতিয়ে চৈতন্যবোধ অনুভূতি আৱেশ অনুভৱ কৰি সুখ-দুখ, হাঁহি-কান্দোন, দিন-ৰাতি, পুৱা-সন্ধিয়াৰ প্ৰকৃতিৰ ৰূপছবিৰ সৌন্দৰ্য্য সানি কলা সৃষ্টিত আত্মনিয়োগ কৰিবলৈ অন্তৰত প্ৰেৰণা অনুভৱ কৰিলে। প্ৰাণৰ মাজত "ৱেদন" প্ৰকাশ পালে। "ৱেদন" বা অনুভূতিয়ে মানুহ জীৱনক পূৰ্ণতাৰ পিনে আগবঢ়াই নিব পাৰে। অগ্ৰগতিৰ পথত যি দিনা মানৱযাত্ৰীয়ে "ৱেদন" বা অনুভূতিৰ যোগে সত্য আবিষ্কাৰৰ বাটলৈ আগবাঢ়িল মানৱীয় "ৱেদন" বা অনুভূতি জাগ্ৰত হোৱা যি যুগ, সেই যুগেই "ৱেদ" যুগ। ৱেদনৰ পৰা ৱেদ উৎপত্তি হল। ৱেদ যুগতেই জ্ঞানৰ সিংহদুৱাৰ মুকলি হয়। মানৱযাত্ৰীৰ প্ৰথম জ্ঞান পদক্ষেপ "ৱেদ" যুগ। সন্ধানী মানৱে বিশ্বশক্তিৰ ওচৰত মূৰ দোঁৱালে। ৱেদে স্তুতি কৰিলে।

ওঁ যো দেবোগ্বগ্নৌ যোহপ্সু যো বিশ্বং
'ৱেদ' ভুবনমাবিৱেশ
য ওষধিষু যো বনস্পতিষু তস্মৈ দেবায়
নমোনমঃ।

যি ব্ৰহ্মশক্তি দেৱ অগ্নি বনস্পতিত ঔষধিত ভুবন বিয়পি আছে সেই মহতী শক্তিক প্ৰণাম কৰিলো। এইদিনা ভাৰত আকাশত

বিশ্বৰ জ্ঞানসূৰ্য্য উদয় হল। চাৰিবেদৰ জন্ম হল, ঋকৱেদ যজুৰ্বেদে জ্ঞানৰ দুৱাৰ মুকলি কৰিলে। "অথৰ্ব্ব বেদত" শৰীৰ বিজ্ঞান আয়ুৰ্ব্বেদ প্ৰকাশ হল। 'সামৱেদ' সুকুমাৰ কলা বিজ্ঞানেৰে সুৰঞ্জিত হল! ভাৰতৰ কলা সাধকসকলক 'ঋত্বিক' বোলা হৈছিল। সামৱেদত কলা-বিজ্ঞানৰ গূঢ়াৰ্থ 'ছান্দোগ্য উপনিষদত' বৰ্ণোৱা আছে। কলাবিজ্ঞানী ঋত্বিকসকলে "গীথঃ" অৰ্থাৎ গীতৰ বিষয়ে সাধনা কৰিছিল। সামোক্ত গীথঃ সাধনা 'উদ্গীথ'সকলৰ একচেটিয়া সাধনা সম্পত্তি আছিল। সামৱেদৰ সঙ্গীত সাধকসকলক 'উদ্গীথ' বোলা হৈছিল। বাকময় স্বৰগ্ৰাম যোগে সুৰ সাধনা প্ৰণালী সামৱেদত প্ৰকাশ। সা অক্ষৰৰ পৰাই সামৱেদৰ সাম নাম প্ৰকাশিত। সঙ্গীতৰ ক্ষেত্ৰত সপ্তসুৰৰ নিবন্ধ— মহাপ্ৰকৃতি মানৱপ্ৰকৃতিৰ লগত বন্ধা সপ্তসুৰ ধ্বনি "সা" শব্দত উৎপত্তি ঋষ্যদ নিষাদ গান্ধাৰ ধৈবত পঞ্চম নামে সামৱেদত সঙ্গীতৰূপী সুকুমাৰ কলা-বিজ্ঞান ৰূপায়িত। এই সামৱেদোক্ত গীথঃ শব্দৰ পৰাই গীতৰ উৎপত্তি। সামৱেদ সাধনাত যিসকল ব্ৰতী হৈছিল, সেইসকল কলাসাধকক ৱেদত ঋত্বিক নামেৰে উল্লেখ কৰিছে, এই সঙ্গীতৰূপী কণ্ঠসঙ্গীতসাধক-সকলে কণ্ঠসাধন জীৱনৰ এটি পৰৰ সাধনা ৰূপে গ্ৰহণ কৰি সিদ্ধি লাভ কৰাৰ পিচত "উদ্গীথ" নামেৰে অভিহিত হৈছিল। "ৱেদৰ" যুগত সামৱেদেই কলাজগতৰ সুকুমাৰ কলাৰ সিংহদুৱাৰ মুকলি কৰি দিয়ে। প্ৰথমে "ৱেদনৰ' পৰা "ৱেদ," দ্বিতীয়তে কলা সাধনত শব্দ বা বাক্ আশ্ৰয়ী কণ্ঠসুৰৰ প্ৰকাশ হল। কণ্ঠ সুৰৰ সাধক বা গায়কসকলে কণ্ঠসাধনাৰে সকলো অপ্ৰাপ্য বস্তু লাভ— ইচ্ছানুযায়ী ধৰ্ম্ম অৰ্থ কাম মোক্ষ চতুৰ্ব্বিধ সিদ্ধি কৰায়ত্ব কৰি লব পৰা ক্ষমতা লাভ কৰিছিল বুলি "ছান্দোগ্য উপনিষদ"ত উল্লেখ আছে।

**ছন্দ জন্ম:** ত্ৰেতা যুগত কলা মন্দিৰত কাব্যছন্দৰ আন এগছি প্ৰতিভাৰ শিখাই দিগন্ত পোহৰাই তুলিলে। ত্ৰেতা যুগৰ বাল্মিকী মুনিৰ সাধনাদীপ্ত সিদ্ধি স্বৰূপে পৃথিৱীত কাব্য-কলাৰ ছন্দধ্বনি প্ৰকাশ হল।



বিশ্বসত্য উদ্ঘাটনৰ এটি শুভমুহূৰ্ত্ত উদয় হল! প্ৰভাতৰ অৰুণ কিৰণত সমুজ্জ্বল তমসা নদীৰ তীৰত বাল্মিকী ঋষিয়ে দেখিলে—

"ৰমণীয়ং প্ৰসন্নাম্বু, সন্মনুষ্য মনোযথা"

পাৰৰ গছৰ শিপাবোৰ চোৱাই শান্তস্ৰোতা তমসানদী বৈ যায়। প্ৰভাতৰ মেঘহীন নিৰ্ম্মল আকাশ—পুব গগণত পুৱা সূৰুযৰ উজ্জ্বল কিৰণ পৰি তমসা বুকত লুকাভাকু খেলে। হৰিণা পোৱা-লীয়ে নিৰ্ভয়ে জল পান কৰে। সেইদিনা তমসাৰ নিজান তীৰত শান্তিপূৰ্ণ ঋষি আশ্ৰমত বাল্মিকীৰ বীণাৰ সুৰত কিনো জাগিল মূৰ্চ্ছনা—প্ৰকৃতিত পুলক জগায়, বিৰিখৰ ডালে ডালে পখীয়ে কাকলি তোলে, সেউজীয়া পাতে-ফুলে বননি শুৱায়। মৃদু সমীৰত ফুলে মাধৰী মুকুল। মধু দোলনিত দোলে শেৱালি বকুল, কুসুমৰ স্ফুৰণে দোলনে সমীৰৰ মৃদু পৰশনে মূক প্ৰকৃতিয়ে ঋষিৰ প্ৰাণত কিনো কথা কয় কাণে কাণে—চিত্ৰ দোলা দুলি উঠে কিয় ঘনে ঘনে? ভাষাময়ী প্ৰকৃতিৰ সুগোপন ৰহস্য মধুৰ সৃষ্টিৰ মহিমা দেখি ঋষিচিত্ত উদভ্ৰান্ত ব্যাকুল, প্ৰকাশৰ পথ নাই, ভাষা নাই নিৰৱ কণ্ঠত। অৱৰুদ্ধ আবেগত শান্তিহীন মুনিৰ অন্তৰ। ধ্যানভঙ্গ দুচকুত আনন্দ পুলক জাগে, হৃদয়ত আশাৰ স্পন্দন, বিশ্বৰ কৰুণা-সনা আনন্দ উজ্জ্বল দুনয়ন। নিশাৰ নিয়ৰটোপা অৰুণৰ সোণ বোল লৈ, পিঙ্গল জঁটাত জ্বলে মৰকতমণি হেন হৈ। তপঃপূত কলেৱৰ জ্বলি উঠে প্ৰশান্ত ললাট। প্ৰভাতৰ পুবেৰুণে দেখুৱায় তাপসক বাট—প্ৰকৃতিক নিত্য মহোৎসৱে দিয়ে কি অপূৰ্ব্ব বাতৰি ঋষিৰ প্ৰাণত। মহৰ্ষিয়ে প্ৰণামিলে স্ৰষ্টাৰ উদ্দেশ্যে। ৰোমাঞ্চিত পুলকিত মনে জনালে প্ৰাৰ্থনা। "হে অসীম বিশ্বপতি, সৌন্দৰ্য্যৰ অনুভূতি জগোৱা প্ৰাণত, বাল্মীকিক নৰজন্ম দিয়া।"

চাকৈ-চকোৰা ছুটি ওমলে হৰিষে, সৃষ্টিৰ মহিমা দেখি প্ৰণামে ঋষিয়ে; কিন্তু হায় অকস্মাতে নিকৰুণ ব্যাধৰ শৰত মৰণ যাতনা লৈ শৰবিদ্ধ পখী এটি ৰক্তাক্ত হিয়াৰে পৰিলহি ঋষিৰ আগত। শোকত বিনায় ইটি লগৰী পখীয়ে বিচ্ছেদৰ কৰুণ সুৰত। এনে নিকৰুণ নিষ্ঠুৰতা দেখি হায়, ঋষিৰ পৰাণ বিষাদত শিয়ৰি উঠিল— শোকাচ্ছন্ন নয়নৰ দুধাৰি লোতকধাৰ বাগৰি পৰিল। নিমিষতে প্ৰভাতৰ নিৰ্ম্মল আকাশ হিংসাৰ পৰশে দেখে ধূঁৱলি-কুঁৱলী—গছ-লতা বিৰিখৰ সৰে চকুপানী—সুন্দৰ পৃথিৱী যেন তেজেৰে ৰাঙলী! অকস্মাৎ আবেগত ঋষিকণ্ঠ ভেদি জন্ম হল ছন্দ অনুপম।

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ।
যৎক্ৰৌঞ্চ মিথুনাদেকমবধীঃ কামমোহিতম্॥" (ৰামায়ণম্)

এই ক্ষুদ্ৰ জীৱে হায় কৰা নাই কাৰো অপকাৰ, তথাপি কিয়নো কৰে প্ৰাণৰ সংহাৰ? কৰুণাকোমল ঋষি প্ৰাণে কান্দিলে, বতাহে কান্দিলে। অকস্মাৎ সংযত বাক্ ঋষিকণ্ঠ ভেদি প্ৰকাশিত কাব্যছন্দ! ছন্দে ছন্দে প্ৰকৃতিত জাগিল মুৰ্চ্ছনা, নিখিল কবিৰ প্ৰাণে প্ৰাণে ছন্দৰ অপূৰ্ব্ব পৰশনে জাগিল বন্দনা, পৃথিৱীৰ প্ৰতি ধূলিকণা শিয়ৰি উঠিল পাই নৰসত্য নতুন চেতনা। প্ৰসন্ন প্ৰশান্ত ঋষিপ্ৰাণ আচম্বিৎ কাব্যৰ সৃষ্টিত, ছন্দে ছন্দে কঁপে ঋষিপ্ৰাণ বাণী ছন্দময় কল্পনাছন্দিত ছন্দে জাগে বিবিধ মুৰ্চ্ছনা-বাল্মীকিৰ জীৱনৰ চিৰ আৰাধনা।

পুলকিত আনন্দ বিহ্বল ঋষি, ছন্দে ছন্দে বিশ্ব মাধুৰিমা,

মধুৰং মধুৰং মধুৰস্য বিভো
মধুৰং মধুৰং বচনং মধুৰং
মধুসন্ধি মৃদুমেত দেহা
মধুৰং মধুৰং মধুৰং মধুৰম্"।

ইকি? ছন্দে চন্দে মধুস্পৰ্শ—জগৎ মধুৰে ভৰা—বাক্যত ছন্দ সুমধুৰ—"মোৰ জড় কণ্ঠ ভেদি চতুষ্পদী ছন্দ সুমধুৰ প্ৰকাশিলে অৱৰুদ্ধ প্ৰাণৰ মধুৰে উপচি গল বিশ্ব চৰাচৰ।

পাদবদ্ধোঽক্ষৰ সমস্তশ্ৰীলয়সমন্বিতং
শোকাৰ্ত্তস্য প্ৰবৃত্তোমে শ্লোকোৰ্ভৱতিনান্যথা।

শোকাৰ্ত্ত প্ৰাণত মোৰ কিনো মধুছন্দে কলে কথা, মধুৰ প্ৰাণৰ বাণী মধুছন্দ নহব অন্যথা। কাব্য ৰূপে কবিকণ্ঠ, আজি-হন্তে হব মুখৰিত, অমৰ গৌৰৱী মধুময় কাব্য ছন্দ—ধৰণী ধুনীয়া কৰি চিৰ সত্য সুন্দৰৰ সত্য ৰূপ প্ৰকাশ কৰিব।"

বাল্মীকি মুনিৰ কণ্ঠভেদি নিজৰ অজ্ঞাতসাৰে অন্তৰ ৰেদন আশ্ৰয় কৰি প্ৰকাশ হোৱা কাব্য-দৰ্শনৰ এয়ে জন্ম ইতিহাস—সাতকাণ্ড ৰামায়ণ মহাকাব্য কাব্য ছন্দেৰে বাল্মীকি মুনিয়ে ৰচনা কৰে। অতীতৰ ভাৰতবৰ্ষতেই প্ৰথম কাব্য-দৰ্শনে পাতনি মেলে।

## কাব্য-দৰ্শন :

কাব্য আৰু কবিৰ জীৱনৰ পাৰ্থক্য নাই। কবিৰ জীৱনৰ দৰ্শন আদৰ্শময় সৌন্দৰ্য্য কাব্যৰ ধ্বনিৰ মাজেৰেই ৰূপায়িত হৈ উঠে অজান অনন্ত বিশ্বশক্তিৰ অন্তৰালত অৱস্থিত মহাপ্ৰবাহৰ প্ৰেৰণাই কবিৰ অন্তৰত কাব্যপ্ৰবাহৰ সোঁত বোৱাই দিয়ে। সেই সত্যময় চিৰন্তন প্ৰবাহৰ প্ৰেৰণা গ্ৰহণ কৰি কবি মানসে কাব্য সৃষ্টি কৰিবলৈ সমল গোটায়। অনিৰুদ্ধ বিশ্বপ্ৰবাহৰ পৰশ লাগি কবি মানসৰ মৌনবীণা ধ্বনিত হৈ উঠে—মনত লাগে সৌন্দৰ্য্যৰ ৰং, সৌন্দৰ্য্য পিয়াসী কবিৰ সৃজনি মানসত ছন্দ জাগে। কবিৰ লেখনীত ছন্দই আপুনি ধৰা দিয়ে। কবিতাৰ প্ৰবাহ বোৱতী সুঁতিৰ দৰে বৈ আহিলে প্ৰকৃত কবিয়ে নিজৰ অজ্ঞাতসাৰেই বহু সত্যৰ ৰূপ ছবি কবিতাৰ ছন্দে ছন্দে আঁকি যায় অবিৰাম ভাৱে। কোনো কোনো সময়ত কবিয়ে নিজেই আচৰিত হব লগা হয়, কবিৰ কোনো সময়ৰ তন্ময়তাৰ মাজতেই কোনো কোনো কবিতা লেখা হৈ যায়। কবিৰ লেখনীৰ মাজত এনে উদাহৰণ বহুত পোৱা যায়। বাহ্য প্ৰকৃতিৰ পৰশৰ

পৰাও কৱি মনে নিষ্কৃতি নাপায়। কৱিৰ মন-দাপোণত বাহ্য প্ৰকৃতিৰ ক্ৰিয়াৰ পৰশ লাগিলে প্ৰকৃতিৰ মধুৰ বৰ্ণনাই কাব্যত আত্মপ্ৰকাশ কৰে।

কাব্য আৰু সঙ্গীতৰ কোনো পাৰ্থক্য নাই। কাব্যত সুৰ সংযোজনা হলেই কাব্য হয় সঙ্গীত। কাব্য নহলে সঙ্গীতৰ সুৰ প্ৰকাশ নহয়। কাব্যত ছন্দৰ মিল থাকে, সঙ্গীতৰ সুৰতো ছন্দৰ মিল নাথাকিলে প্ৰকৃত সুৰ প্ৰকাশ কৰিব নোৱাৰি। কাব্য সঙ্গীত সুকুমাৰ কলা। কাব্য বা কৱিতা সমূহত সুৰ থাকে, সুৰ লগাই কৱিতা আবৃত্তি কৰা নিয়ম। অসম আৰু বঙ্গদেশত কৱিতা আবৃত্তিৰ বৰ্ত্তমান এটা বিশেষ সুৰ ভঙ্গি থাকিলেও সঙ্গীতৰ দৰে সুৰ লগাই অতীতত গোৱা প্ৰথাও আছিল। আমাৰ প্ৰাচীন কাব্য ৰামায়ণ-মহাভাৰত, পিচৰ কালত অসমত ঘোষা, লেচাৰি, তুলৰি, কাব্যসমূহ বিবিধ সুৰত গোৱা প্ৰথা আছে। ভাৰতৰ আন আন প্ৰদেশত কৱিতা আবৃত্তি গীত গোৱাৰ দৰে সুৰ লগাই হাতৰ ভঙ্গি দি গোৱা বা আবৃত্তি কৰা হয়। কাব্য বা কৱিতা আবৃত্তি কৰোতে তাল ৰাখি আবৃত্তি কৰা নিয়ম ভাৰতৰ বহু প্ৰদেশত প্ৰচলিত। ভাৰতীয় কৱি সন্মিলনত ভাৰতৰ চৈধ্যটা ভাষাত বিভিন্ন প্ৰদেশৰ ভিন ভিন কৱিয়ে হাতৰ ভঙ্গি দি তাল ৰাখি কৱিতা আবৃত্তি কৰা দেখাৰ সুবিধা মোৰ হৈছিল। বৰ্ত্তমান অসমৰ আৰু বঙ্গদেশৰ কৱিতা লেখাৰ ধৰণ আৰু আবৃত্তি কৰা ধ্বনিৰ সুৰ পাশ্চাত্য অনুকৰণত প্ৰচলিত যেন লাগে। ইউৰোপীয় মহাকৱিসকলৰ কৱিতা আবৃত্তি ভাৰত ভিত্তি কৰি কৰা হয়। ইংৰাজী কৱিতাৰ আবৃত্তিৰ ভাৰপ্ৰধান ধ্বনি সুন্দৰ উচ্চাৰণে শ্ৰোতাৰ মন অনুপ্ৰাণিত কৰি বিহ্বল কৰি তুলিব পাৰে। ইংৰাজী কৱিতাৰ আবৃত্তিয়ে অসমৰ আৰু বঙ্গদেশৰ কৱিতা আবৃত্তিত প্ৰভাৱ পেলালে। অতীতৰ বিশেষ তাল ৰাখি কৰা বিশেষ সুৰত বান্ধি লৈ কৰা কৱিতা আবৃত্তি বৰ্ত্তমান কৱিতাৰ কৰা নহয়। বৰ্ত্তমান কৱিতা আবৃত্তিত এটা নিজস্ব সুৰ প্ৰকাশ পাইছে।



**সংস্কৃত কাব্য ঃ**

বাল্মীকি মুনিৰ পিচত ব্যাসদেৱ বিৰচিত মহাভাৰত কাব্য, শুকদেৱ বিৰচিত ভাগৱত আদি সংস্কৃতৰ সৰহভাগ প্ৰাচীন গ্ৰন্থ কাব্য ছন্দেৰে ৰচিত, পুৰাণসমূহো সৰহভাগেই পদৰ ছন্দেৰে কৱি-সকলে লেখি গৈছে। কাব্যৰ জন্মদাত্ৰী সংস্কৃত ভাষাৰ কাব্যসমূহৰ ভিতৰত কালিদাস, ভৱভূতি; মাঘ আদি কৱিসকলৰ যুগ আহিল। এইসকল কৱিৰ মাজত কালিদাসৰ কাব্য সমূহেই সৰ্ব্বজন সমাদৃত। বিশেষকৈ কালিদাসৰ কাব্য মেঘদূত "মন্দাক্ৰান্তা" ছন্দত লেখা হৈছে। মন্দাক্ৰান্তা ছন্দৰ থমকি থমকি উচ্চাৰিত হোৱা লালিত্য অতি মনোগ্ৰাহী। যেনে—

কশ্চিৎকান্তা বিৰহ গুৰুণা স্বাধীকাৰঃ প্ৰমত্তঃ
যক্ষশ্চক্ৰে জনক তনয়া স্নান পুণ্যোদকেষু।—(মেঘদূত)

কালিদাসৰ কৱিতা সমূহ মধুৰতা আৰু লালিত্যত চহকী। সংস্কৃত কৱি জয়দেৱ বিৰচিত গীতগেবিন্দত শ্লোক ছন্দৰ ধ্বনি অতি মধুৰ—

ললিত লবঙ্গলতা পৰিশীলন কোমল মলয় সমীৰে
মধুকৰ নিকৰ কৰম্বিত কুপিত কুজিত কুঞ্জকুটীৰে—(গীতগোবিন্দ(

এনে ছন্দবদ্ধ শ্লোক কাব্যসমূহে আজিও অম্লানভাৱে কাব্যজগতত গৌৰৱ বিলাই আছে।

**কৱিযুগ স্ৰষ্টা ঃ** যুগে যুগে কৱিসকলৰ কাব্য-সাহিত্যিকৰ সত্য আবিষ্কাৰ কাব্যধ্বনিক যুগে উপেক্ষা কৰিব পৰা নাই। কাৰণ কৱিৰ নিৰ্ম্মল মানস দাপোণত সত্য প্ৰতিফলিত হয়। কৱিৰ কাব্যৰ ধ্বনিয়ে ভৱিষ্যতৰ ইঙ্গিত দিয়ে। সেয়েহে অতীত ভাৰতৰ ঋষি যুগত সাধক যোগী ধ্যানী ঋষিসকলৰ শাৰীত আছিল কৱিৰ আসন। কৱিৰ সত্য সঙ্কেতৰ প্ৰতিধ্বনিয়ে মানৱ অন্তৰৰ অৱৰুদ্ধ গোপন দুৱাৰত আঘাত কৰি চৈতন্য জগাই তোলাৰ ক্ষমতা ৰাখে। সৌন্দৰ্য্যসাধক সত্যৰ পূজাৰী কৱি জীৱন।

**কৱিতাত ছন্দ ঃ** কুৰি শতিকাৰ কৱি কৱিগুৰু ৰবীন্দ্ৰনাথ

ঠাকুৰৰ মুক্তক ছন্দই কাব্যজগতত এক নতুন দিশ দেখুৱালে। কবিগুৰুৰ সৰহভাগ কবিতাই মুক্তক ছন্দত লেখা। মুক্তক ছন্দবন্ধনি নাথাকিলেও ছন্দৰ এটি সাবলিল সুৰলা পৰাণ পৰশা সোঁত বৈ আছে। মুক্তক ছন্দৰ কোনো দুৰ্ব্বোধ্য খাপনোখোৱা, খহটা বা জটিল শব্দ নাই। ভাৰতৰ শ্ৰেষ্ঠ কবি কবিগুৰু ৰবীন্দ্ৰনাথৰ কবিতা অতীত মুনিসকলৰ দৰেই প্ৰাণ যমুনাৰ বৈযোৱা পবিত্ৰ সোঁত। মানৱীয় আদৰ্শৰ অতুলনীয় "বেদন" বা অনুভূতিৰে সুৰঞ্জিত কবিৰ অমৃতময় ৰেদনধ্বনিয়ে অচৈতন্য চেতনাত মানুহ প্ৰাণত বেদন বা অনুভূতি আনি দিয়ে। এয়ে কবিৰ প্ৰতিভা। অসমৰ শঙ্কৰ-মাধৱকে আদি কৰি জাতিৰ নমস্য কবিসকলৰ প্ৰতিজন দেশমাতৃৰ কাব্যপূজাৰী কবিকুল, কাব্যৰস আহৰণকাৰী মধুকৰবৃন্দলৈ হিয়া-ওপচা ভকতিৰ শৰাই আগবঢ়ালো—সভাপতি 'বকুল বন'ৰ কবিলৈ আন্তৰিক শ্ৰদ্ধাঞ্জলি আগবঢ়ালো।

ভাৰত তথা অসমী আইৰ কবি-সাহিত্যিক সন্তানসকলে স্বৰ্গাদপি গৰিয়সী জন্মভূমিৰ পৱিত্ৰ মণিকুটত কাব্যমনিষাৰ ৰত্নপ্ৰদীপ জ্বলাই তোলক—শেষত কবিতাৰে কবিকুললৈ কবিতাৰ অৰ্ঘ—

'সুৰকবি'

ধুনীয়া ধৰাৰ অভিনৱ বাটকৰা
সুন্দৰৰ সুৰ কবি,
ৰূপৰ পূজাৰী তুমি
মৰণ বিজয়ী সুৰে সুৰে তুমি গোৱা
বিশ্ব বিনন্দিত তোমাৰ সুৰেৰে চোৱা
তোমাৰ সুৰতে কবি ফুলে ফুলে অনুৰাগ সানি
উষাৰ ৰাঙলী ৰঙে সানে অনুলেপন—
নিয়ৰে ধুৱাই যোৱা পাপৰিত জলে –
আৰকত মৰকত মণি।
প্ৰভাতী ভৈৰৱী ৰাগে ধৰণীয়ে যাচে



সুৰকবি তোমালৈ সুৰৰ চুম্বন।
তোমাৰ চকুত মুক্ত ৰহস্যৰ গোপন দুৱাৰ
জগায় সপোন নিতে মুগ্ধ নয়নত
তোমাৰ বীণত বাজে ছন্দময় সৃষ্টি কলৰোল
সৃজনৰ অপূৰ্ব্ব চেতনা।
তোমাৰ ধিয়ান মগ্ন চকুৰে বিচাৰে কবি,
নীলিমাৰ আঁৰে আঁৰে বাট সোণোৱালী
ধিয়ানৰ গভীৰ বনত
মধুকৰে গুঞ্জৰে ছন্দত
স্বপ্ন জাগে দুটি নয়নত
কবি, আঁকা ৰূপছবি
তুমি চিত্ৰকৰ ৰূপ খনিকৰ,
আগবাঢ়া সৃজনৰ মণিকূটলৈ
ধৰণীৰ মোহন আলহী তুমি কবি,
কাব্যৰ শাশ্বত সুধা অমৃত মাধুৰী,
মৃত্যুজিনা সত্য পথ বিচাৰি বিচাৰি।

ওঁম্ শান্তি

—নলিনীবালা দেৱী

(অলকানন্দা)
২২।১।৬৯
গুৱাহাটী।

## বুৰঞ্জী শাখাৰ সভাপতিৰ অভিভাষণ

**অভ্যৰ্থনা সমিতিৰ সভাপতি ডাঙৰীয়া আৰু সভ্যসকল, প্ৰতিনিধি বন্ধুসকল আৰু সমবেত সুধীবৃন্দ,**

অসম সাহিত্য সভাৰ বৰপেটাত বহা এই ষট্‌ ত্ৰিংশ বাৰ্ষিক অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি নিৰ্ব্বাচিত কৰি আপোনালোকে মোক যি মৰম আৰু আদৰ দেখুৱাইছে, তাৰ বাবে মই অতিশয় গৌৰৱ অনুভৱ কৰিছোঁ আৰু আপোনালোক সকলোলৈকে মোৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। বুৰঞ্জী অধ্যয়নত মোৰ ধাউতি আছে সচা ; কিন্তু মই একাগ্ৰচিত্তে চৰ্চ্চা কৰিব পৰা নাই, তথাপিও এই সন্মানিত আসন গ্ৰহণ কৰিবলৈ মোক অনুৰোধ কৰাৰ বাবে মই ধন্য মানিছো। আপোনালোকে যি মৰম আৰু আদৰেৰে মোক এই সন্মানিত আসনত বহুৱাইছে, মোৰ বিশ্বাস সেই একে মৰম আৰু আদৰেৰে অধিবেশনৰ কাৰ্য্য-সূচীও কৃতকাৰ্য্যতাৰে সমাধা হোৱাত আপোনালোকে মোক সহায় কৰিব।

বৈষ্ণৱধৰ্ম্ম তথা অসমীয়া সংস্কৃতিৰ এখনি কেন্দ্ৰথলী এই বৰপেটা নগৰ, য'ত আমি সকলোৱেই আজি সমবেত হৈছোহি। শ্ৰীশঙ্কৰদেৱ আৰু মাধৱদেৱ এই দুজনা মহাপুৰুষৰ বৰপেটা লীলাভূমি। তেওঁলোকৰ চৰণৰ ধূলিৰে বৰপেটা এখনি তীৰ্থস্থান। ইয়াৰ পবিত্ৰ জ্বলন্তসাক্ষী অসমৰ আটাইতকৈ বৃহৎ সৌ বৰপেটাৰ কীৰ্ত্তনঘৰ। এই কীৰ্ত্তনঘৰৰ মজিয়াতে মহাপুৰুষ দুজনাই ভাগৱত পঢ়িছিল, কীৰ্ত্তনৰ অমিয়া সুৰেৰে মোহনিদ্ৰিত হাজাৰ জনতাক জগাই তুলিছিল— "গোপাল গোবিন্দ যদু নন্দনৰ" চৰণত শৰণ লৈ মুক্তি লাভ কৰিবলৈ। এই কীৰ্ত্তনঘৰৰ মজিয়াতে বহি মহাপুৰুষ শঙ্কৰদেৱে "এক দেৱ, এক



দেৱ, এক বিনে নাহি কেৱ" বুলি সহস্ৰ দেৱ-দেৱীৰ পূজা অৰ্চ্চনা বাদ দি কৰুণাময় এজন হৰিৰ উপাসনা কৰিবলৈ ৰাইজক আহ্বান কৰিছিল ; এই কীৰ্ত্তনঘৰৰ মজিয়াৰে পৰা মহাপুৰুষজনাই অসমীয়া জাতীয় জীৱনক গঢ় দিছিল। এই পবিত্ৰ স্মৃতি লৈ বৰপেটাবাসী সদায় গৌৰৱান্বিত।

বৰপেটাৰ পুৰণি নাম দহোটি—বৰপেটা, তাঁতীকুছি, ইচ্ছাকুছি, পোৱাভিঠি, চৌখুটীস্থান, পুষ্পক কবিমান, বৃন্দাবন, মথুৰা, কামপুৰ আৰু নৰৰত্নৰ স্থান! বৰপেটাৰ আশে-পাশে মহাপুৰুষ দুজনাই আৰু তেওঁলোকৰ শিষ্যসকলে পাতি থৈ যোৱা সত্ৰসমূহে বৰপেটাৰ গাম্ভীৰ্য্য দুগুণে বঢ়াইছে। গণককুছি, সুন্দৰীদিয়া, পাটবাউসী, ভৱানীপুৰ, কালজাৰ, জনিয়া, চূণপোৰা ভিঠি, কুমাৰকুচি, বাৰাদি, কেওট্‌কুছি, আনন্দপুৰ আৰু গোবিন্দপুৰ—এই বিভিন্ন সত্ৰসমূহৰে কেইখনমান। এনে এখনি পবিত্ৰ ঠাইত সমবেত ৰাইজৰ আগত দুআষাৰ কবলৈ পোৱাটো মোৰ ডাঙৰ সৌভাগ্য।

**জাতীয় জীৱনত বুৰঞ্জী**— বুৰঞ্জীৰ অধিবেশন বুৰঞ্জীৰ গুণানুকীৰ্ত্তনৰেই মুকলি কৰিব খুজিছোঁ। অৱশ্যে "পুনৰুক্তিত সৌন্দৰ্য্য টুটে" বুলি এষাৰ কথা আছে ; কিন্তু জাতীয় গৌৰৱৰ পুনৰুক্তিয়ে জাতিৰ সৌন্দৰ্য্য নকমায়। আপোনালোকে জনা আৰু আগতে বহুবাৰ কৈ অহা পুৰণি কথাৰে আজি মই পুনৰুক্তি কৰিবলৈ ওলাইছোঁ ; কিন্তু বছৰত এবাৰ এনেদৰে এঠাইত সকলো অসমীয়া সমবেত হৈ পুৰণি কথাৰ পুনৰুক্তি কৰাতো নতুনত্ব আছে, প্ৰাণ আছে, হাঁহি আছে, গৌৰৱ আছে আৰু উজ্জ্বল অতীতক সুঁৱৰি ভৱিষ্যতক গঢ় দিয়াৰ আশাৰ ৰেঙণিও আছে।

পৃথিবীৰ যি কোনো জাতিৰে জাতীয়ত্ব গঢ়ি উঠে সেই জাতিৰ বুৰঞ্জীক কেন্দ্ৰ কৰি। গৌৰৱময় অতীত জাতিৰ সঞ্জীৱনী, সময়ৰ বতাহে নুমাব নোৱাৰা এগছি উজ্জ্বল যুগমীয়া বন্তি। অৱশ্যে বুৰঞ্জী বা ইতিহাসক আমি আজি-কালি অতি ঠেক দৃষ্টিভঙ্গীৰ পৰা

চাবলৈ ধৰিছোঁ। ই যেন মৃত ৰজা-মহাৰজাসকলৰ বংশাৱলী, জয়-পৰাজয়, উত্থান-পতন আৰু চন-তাৰিখৰ এটি নিৰস নিস্তেজ কঙ্কাল; কিন্তু বুৰঞ্জীৰ আচল অৰ্থ অতি ব্যাপক, ৰসাল আৰু গুৰুত্বপূৰ্ণ। বুৰঞ্জী অতীতৰ ৰাজনৈতিক ঘটনাৱলীয়েই নহয়, ই সমগ্ৰ মানৱ জাতিৰ সভ্যতা আৰু সংস্কৃতিৰ কাহিনী— সময়ৰ গতিত মানুহৰ ভাৱধাৰাৰ ক্ৰমোন্নয়ৰ কাহিনী আৰু চিৰন্তন সত্যক পৰোক্ষভাৱে সদায় দোহাৰি মানৱ চেতনাক জগাই তুলিব পৰা চিৰযুগমীয়া বাণী Haizinga ৰ মতে বুৰঞ্জী জ্ঞানৰ বিকাশ আৰু অতীতৰ লগত বৰ্ত্তমানৰ সম্বন্ধ দেখুৱা এখনি নিৰ্ভুল তালিকা।

পিচপৰি থকা পৰাধীন জাতি এটিৰ হেৰোৱা গৌৰৱ উদ্ধাৰ কৰিবলৈ বুৰঞ্জী এপাত অমোঘ অস্ত্ৰ। দুশবছৰীয়া প্ৰতাপী ইংৰাজ ৰাজত্ব মষিমূৰ কৰি ভাৰতৰ অতীত গৌৰৱ পুনৰুদ্ধাৰ কৰিবলৈ ভাৰতবাসীক আটাইতকৈ বেছি ইন্ধন যোগাইছিল ভাৰতৰ অতীত বুৰঞ্জীয়ে। উনৈশ শতিকাৰ জাৰ্ম্মানী আৰু ইটালীৰ জাতীয় আন্দোলনৰ মূলতো আছিল অতীতৰ গৌৰৱ আৰু বীৰত্বপূৰ্ণ কাহিনী। উনৈশ আৰু কুৰি শতিকাৰ আৰম্ভনীত তুৰ্কীৰ চুলতান-সকলৰ শোষণৰ পৰা মুক্তি লাভ কৰিবলৈ গ্ৰীচ, ৰুমেনীয়া, চাৰ্বিয়া আদি দেশক জগাই তুলিছিল বুৰঞ্জীৰ বাণীয়ে। আত্মউদ্ধাৰেই নহয়, আত্মপ্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰতো এখন দেশ বা এটা জাতিৰ আগত বুৰঞ্জীয়ে পথপ্ৰদৰ্শক হৈ দেখা দিয়ে। নতুন ভাৰত গঢ়াৰ ক্ষেত্ৰত পুৰণি ভাৰতৰ বুৰঞ্জীয়ে আমাৰ ৰাজনীতিবিদসকলক যি সহায় কৰিছে তাক কোনেও নুই কৰিব নোৱাৰে। জাতীয় চেতনা জগাই তুলি বৃহৎ অসমীয়া জাতি গঠন কৰিবলৈও পুৰণি অসমৰ গৌৰৱময় অতীত বিশেষ আৱশ্যকীয়।

**ভাৰত বুৰঞ্জীত অসমৰ ভূমিকা** — গ্ৰীচ, ৰোম, ইজিপ্ত, বেবিলন এচিৰিয়া আদি সভ্যতাৰ দৰে ভাৰতৰ সভ্যতাও অতি প্ৰাচীন আৰু ঐতিহ্যপূৰ্ণ। ১৯২০ চনত হাৰাপ্পা আৰু মহেঞ্জদাৰোত



আবিষ্কৃত হোৱা পুৰাতন নাগৰিক সভ্যতাই ভাৰতৰ সভ্যতাক আগতকৈও প্ৰাচীন কৰি বিশ্বৰ চকুত দেখুৱাইছে। এই বিশাল ভাৰতীয় সভ্যতাই সিন্ধুনদীৰ পাৰত প্ৰতিষ্ঠা লাভ কৰি লাহে লাহে গোটেই দেশলৈ বিস্তাৰিত হৈছিল। ভাৰতৰ একেবাৰে পূব প্ৰান্তত অৱস্থিত হলেও ভৌগোলিক ব্যৱধানে অসমক কোনোদিনে বিশাল ভাৰতীয় সংস্কৃতি আৰু সভ্যতাৰ পৰা পৃথক কৰিব পৰা নাছিল। জে, পি, মিল্‌চে এই দেশৰ সভ্যতা অতিকৈ প্ৰাচীন বুলি মন্তব্য কৰি কৈছে যে যেতিয়া ৰোমানবিলাকে সৰু লেটিন ৰাজ্য এডুখৰি পাতি লওঁতে শক্তিমন্ত শত্ৰুৰ লগত যুঁজি থাকিব লগীয়া হৈছিল, তেতিয়াও অসম ৰজাই নিৰ্ব্বিবাদে ৰাজ্য শাসন কৰি আছিল। অসমৰ পুৰাতন কীৰ্ত্তিচিহ্নসমূহৰ লগত সিন্ধু সভ্যতাৰ সামঞ্জস্য আছে বুলিও অনেক আঙুলিয়াই দেখুৱাইছে; অৱশ্যে এই বিষয়ত গবেষণাৰ আৰু থলী আছে। নীলনদীৰ পাৰত ইজিপ্তৰ সভ্যতা বা টাইগ্ৰীচ, ইউফ্ৰেটীচ নদীৰ পাৰত বেবিলন, এচিৰিয়াৰ সভ্যতা গঢ়ি উঠাৰ দৰে মহাবাহু ব্ৰহ্মপুত্ৰৰ পাৰত প্ৰকৃতিৰ ৰম্যকানন অসমৰ সোণ গজা মাটিত এক প্ৰাচীন সভ্যতাই গঢ় লোৱাটো কোনো অসম্ভৱ কথা নহয়।

পৰবৰ্ত্তী বৈদিক যুগতে আৰ্য্য সভ্যতাৰ সোঁত অসমলৈ আহিছিল। অৱশ্যে প্ৰাচীন কালত অসমৰ নাম আছিল প্ৰাগ-জ্যোতিষ আৰু পিচলৈ কামৰূপ। প্ৰাগজ্যোতিষ কামৰূপে বৰ্ত্তমান অসমৰ চাৰিসীমাৰ উপৰিও জলপাইগুৰি, ৰংপুৰ, বগ্ৰা, কোঁচবিহাৰ, ঢাকা, মৈমনসিং, ত্ৰিপুৰা, শ্ৰীহট্ট, বিহাৰৰ কিছু অংশ আৰু পূব নেপালৰ কিছু অংশ সামৰি লৈছিল। পূবে দিক্কৰবাসিনী আৰু পশ্চিমে কৰতোৱা — এই বিশাল ভূভাগ প্ৰাগজ্যোতিষ কামৰূপৰ অন্তৰ্গত আছিল।

পুৰণি ভাৰত বুৰঞ্জীত যে প্ৰাগজ্যোতিষ কামৰূপে এখনি সম্মানিত আসন অধিকাৰ কৰিছিল তাৰ প্ৰমাণ অকল মহাকাব্য

হুখনেই নহয়, কালিদাস, বাণভট্ট আদি বিখ্যাত লেখকৰ অমৰ লেখনীও। "ম্লেচৰাজ প্ৰাগজ্যোতিষাধিপতি" বীৰ ভগদত্তই এক অক্ষৌহিণী সোণ বৰণীয়া 'চীন আৰু কিৰাত' সেনা লৈ যেতিয়া কুৰুক্ষেত্ৰৰ সমৰথলীত কৌৰৱৰ সপক্ষে অৱতীৰ্ণ হৈছিল তেতিয়া গোটেই পাণ্ডৱ শিবিৰতে আতঙ্কৰ সৃষ্টি হৈছিল।

প্ৰাগজ্যোতিষ কামৰূপৰ লগত বৈবাহিক সম্বন্ধ ঘটাব পৰাটো বা ইয়াৰ ৰজাক যুদ্ধত পৰাভূত কৰিব পৰাটো ভাৰতীয় ৰজাসকলৰ বাবে অতি গৌৰৱপূৰ্ণ কাৰ্য্য আছিল। স্বয়ং শ্ৰীকৃষ্ণই কুণ্ডিলত ৰজা ভীষ্মকৰ জীয়াৰী ৰুক্মিণীক পত্নীৰূপে গ্ৰহণ কৰিছিল, শ্ৰীকৃষ্ণৰে নাতি অনিৰুদ্ধই শোণিতকুঁৱৰী উষাৰ পাণি গ্ৰহণ কৰিছিল, দ্বিতীয় পাণ্ডৱ ভীমে কছাৰী কুঁৱৰী হিড়িম্বা আৰু তৃতীয় পাণ্ডৱ অৰ্জ্জুনে মণিপুৰী কুঁৱৰী চিত্ৰাঙ্গদাক বিবাহ কৰিছিল। মহাকাব্যৰ কথা বাদ দিও ঐতিহাসিক যুগতে কাশ্মীৰৰাজ মেঘবাহনে ভাৰতৰ আন আন ৰজা-যুৱৰাজৰ লগত কামৰূপ কুঁৱৰী অমৃতপ্ৰভাৰ স্বয়ম্বৰত উপস্থিত থাকি মহাসমাৰোহেৰে তেওঁৰ বিবাহ কাৰ্য্য সম্পাদন কৰি অমৃতপ্ৰভাক তেওঁৰ প্ৰধান মহিষী পাতি লৈছিল। নেপালৰাজ ২য় জয়দেৱে কামৰূপৰ ৰজা শ্ৰীহৰ্ষৰ কন্যা ৰাজ্যমতীক বিয়া কৰাই তেওঁৰ মুখ্যপটেশ্বৰী পাতিছিল।

কামৰূপৰ ৰজাক পৰাজিত কৰিব পাৰিলেই ভাৰতৰ ৰজাসকলে তেওঁলোকৰ গৌৰৱ কাহিনী লিপিবদ্ধ কৰি ৰাখিছিল। আনকি গুপ্তসম্রাট সমুদ্ৰ গুপ্তয়ো কামৰূপেশ্বৰৰ নিচিনা পৰাক্ৰমী প্ৰত্যন্ত নৃপতিসকলৰ দ্বাৰা তেওঁৰ আজ্ঞা পালন হোৱাত গৌৰৱান্বিত হৈছিল।

ৰঘুৰ পুত্ৰ অজয় ইন্দুমতীৰ লগত তেওঁৰ বিবাহমণ্ডপত কামৰূপৰাজৰ হাতত ধৰিহে হাতীৰ পৰা নামিছিল।

পৰবৰ্ত্তী গুপ্তৰাজ মহাসেন গুপ্তই কামৰূপাধিপতি সুস্থিতবৰ্ম্মনক পৰাজয় কৰাৰ বিজয়গীতি তেওঁৰ নাতিয়েক আদিত্যসেনৰ দিনলৈকে "লৌহিত্য তীৰত তামোল গছৰ তলে তলে গোৱা শুনা গৈছিল।"



উত্তৰ ভাৰতৰ একছত্ৰী সম্ৰাট হৰ্ষবৰ্দ্ধনৰ সৈতে পূৰ্ব্বভাৰতৰ অধীশ্বৰ কুমাৰ ভাস্কৰবৰ্ম্মনৰ "অজৰায়ম সঙ্গতমে" সমগ্ৰ ভাৰত বুৰঞ্জীৰ ঘটনাৰ গতিকে আন এটা সোঁতলৈ ধাবিত কৰিছিল। তেওঁৰ দিনতে অসমত পদাৰ্পণ কৰা চীনা কটকী হিউৱেনচাঙে অসমৰ ৰজা-প্ৰজাৰ শিক্ষালৈ ধাউতি দেখি বিস্ময় মানিছিল।

মুঠতে কবলৈ গ'লে ৰাজনৈতিক বল-বিক্ৰম, শিক্ষা-দীক্ষা, শিল্প-ভাস্কৰ্য্য একোতে ভাৰতৰ আন দেশতকৈ অসম পিচপৰা নাছিল। ডক্তৰ জন পিটাৰ ৰেডে অসমৰ প্ৰাচীন বল-বিক্ৰমৰ বিষয়ে এনেদৰে কৈছে—"একাল আছিল যেতিয়া অসম সকলোতে জয়জয়-ময়ময় আছিল আৰু ইমান পৰাক্ৰমী আছিল যে একে সময়তে চাৰিলাখকৈ পদাতিক সৈন্য উলিয়াব পাৰিছিল। ভুটীয়া পৰ্ব্বত আৰু নেপাল ৰাজ্য অসমৰে অন্তৰ্গত আছিল। গৌড় দেশ অধিকাৰ কৰি ( কৰতোৱা ) গঙ্গালৈকে ৰাজ্য বিস্তাৰ কৰিছিল। অকল সেয়েই নহয়, ত্ৰিপুৰা, কোচবিহাৰ আৰু কৰতোৱাৰ পশ্চিমে থকা দেশখিনিও অসমৰ ভিতৰতে পৰিছিল। ঘূৰি ঘূৰি মুছলমানে যতবাৰেই আক্ৰমণ কৰিছিল, ততবাৰেই সেই আক্ৰমণ ব্যৰ্থ হৈছিল—" তেওঁ আৰু লেখিছে—"অসমীয়া মানুহে মহাবাহু ব্ৰহ্মপুত্ৰৰ ওপৰত এনেকুৱা একোখন কলা-কৌশল খটোৱা দলং দিছিল যাক দেখি অন্য দেশৰ মানুহে তবধ মানিছিল। সিবিলাকৰ আত্মৰক্ষাৰ উপায়সমূহ আন আন দেশে অনুকৰণ কৰিছিল। টাইবাৰ নদীৰ ওপৰত যিখন দলং আছিল সেইখনহে কেৱল এনে ধৰণৰ আছিল।"

মধ্যযুগত অসমৰ ৰাজনৈতিক বল-বিক্ৰমে প্ৰবল প্ৰতাপী ভাৰত বিজয়ী মোগল দৰবাৰত আতঙ্কৰ কঁপনি তুলিছিল—ঐশ্বৰ্য্যপূৰ্ণ অসম জয়ৰ অভিলাস বুকুত লৈ মোগলবিলাক বাৰে বাৰে আহিছিল—বাৰে বাৰে পৰাজয়ৰ গ্লানিমা লৈ ভীৰুৰ দৰে পলাই গৈছিল—। অসমীয়া ৰণুৱাৰ ৰণপাৰদৰ্শিতা দেখি শেষত ৰামসিংহই এইবুলি উক্তি কৰিছিল—'প্ৰত্যেক অসমীয়া ৰণুৱাই নাও বাব পাৰে, কাঁড় মাৰিব

পাৰে, খাল খান্দিব পাৰে, হিলৈ আৰু বৰটোপ চলাব পাৰে। এনে পাৰ্গত বণুৱা ভাৰতৰ কোনো ঠাইত মই নেদেখিলোঁ।" অপৰাজেয় মোগল শক্তি প্ৰথমবাৰৰ বাবে অসমতে পৰাজয় হৈছিল— এয়া অসমৰে নহয়, ভাৰতৰ বাবেও গৌৰৱৰ বিষয়।

ভাৰতৰ জাতীয় আন্দোলনত অসমেও বিশিষ্ট ভূমিকা গ্ৰহণ কৰিছিল—আৰু দেশ-মাতৃৰ পূজাৰ বেদীত পিয়লি ফুকন, মণিৰাম দেৱান, কুশল কোঁৱৰ, আই কনকলতা, আই ভোগেশ্বৰীকে আদি কৰি অসংখ্য বীৰ-বীৰাঙ্গনাই হাঁহিমুখে প্ৰাণ বিসৰ্জ্জন দিছিল। আমি আশা কৰো ভাৰতৰ আন আন দেশৰ মাজত অসম অগ্ৰগণ্য হওক, ভাৰত বুৰঞ্জীত অসমৰ ভূমিকা অতীত আৰু মধ্যযুগৰ দৰে গৌৰৱপূৰ্ণ হওক। "সুণীয়া সঁফুৰা" অসম দেশত অভাৱ একোৰে নাই—। টেৱাৰ্নীয়েৰে ১৬৭৬ চনতে কৈ গৈছে— "অসম দেশ সুণীয়া সঁফুৰা। মনুষ্য জীৱনত উপভোগ কৰিব পৰা সকলো বস্তুকে ইয়াত পাবলৈ আছে। এচিয়াৰ ভিতৰত ই এখনি উৎকৃষ্ট দেশ। ইয়াৰ মানুহে ওচৰ-চুবুৰীয়া কোনো দেশৰ ওচৰত একো বস্তুৰ নিমিত্তেই হাত পাতিব নালাগে। সোণৰ খনি, ৰূপৰ পৰ্ব্বত, তেল আৰু লোৰ খনিয়ে মুখমেলি পৰি আছে।" সচাকৈয়ে আমি মন-কাণ নিদিয়াৰ কাৰণেই আমাৰ পাতৰ ভাত লোকে কাঢ়ি খাইছে।

**বুৰঞ্জীপ্ৰসিদ্ধ অসমীয়া ব্যক্তি** বুৰঞ্জীয়ে পাহৰিব নোৱাৰা অলেখ অসমীয়া পুৰুষ-নাৰীৰ গুণানুকীৰ্ত্তন কৰিবলৈ যোৱা আজি সম্ভৱ নহয়। আমি মাত্ৰ দুই-চাৰিজনৰ স্মৃতিহে আজি সোঁৱৰণ কৰিম। কামৰূপজ্যোতি পৰম বিদ্যোৎসাহী, জ্ঞানপিপাসু ভাস্কৰবৰ্ম্মনৰ ৰাজত্বকাল অসম বুৰঞ্জীৰ এক উজ্জ্বল অধ্যায়। ভাৰতৰ ৰাজনৈতিক আৰু সাংস্কৃতিক ইতিহাসত অসমক এখন বিশেষ গুৰুত্বপূৰ্ণ আসনত তেৱেঁই বহুৱাইছিল। তেওঁৰ চেষ্টাতে অসম দেশ সমগ্ৰ পূব ভাৰতৰ সাংস্কৃতিক কেন্দ্ৰ হৈ পৰিছিল আৰু এই সাংস্কৃতিক প্ৰভাৱ কেম্বোডিয়া, আনাম আদি প্ৰশান্ত মহাসাগৰত থকা দ্বীপপুঞ্জতো পৰিছিলগৈ।



বন্ধুত্বৰ প্ৰস্তাৱ দিবলৈ যোৱা কামৰূপ কটকী হংসবেগৰ আগত হৰ্ষবৰ্দ্ধনে ভাস্কৰবৰ্ম্মনৰ গুণানুকীৰ্ত্তন এইদৰে কৰিছিল—"যেতিয়া এনেহেন মহান, উদাৰ, ধাৰ্ম্মিক আৰু পণ্ডিতশ্ৰেষ্ঠ মনীষী এজনে মোক নেদেখাকৈয়ে বন্ধু বুলি মোলৈ প্ৰীতি সম্ভাষণ জনাইছে — তেতিয়া হেৰা হংসবেগ, সপোনত হলেও মোৰ নিচিনা এজনে সেই বন্ধুত্ব কোন সতেৰে অগ্ৰাহ্য কৰিব পাৰিম? সেইবাবে যোৱাঁ আৰু ততালিকে কবাগৈ যেন ৰজাক সাক্ষাৎ কৰাৰ প্ৰৱল হেঁপাহে মোক বহুদিন প্ৰতীক্ষাত ৰাখিব লগা নহয়।"

শালস্তম্ভ বংশৰ শ্ৰীহৰ্ষই গৌড়, অদ্ৰা, কলিঙ্গ, কোশল আদি ৰাজ্য জয় কৰি কিছুদিনৰ বাবে হলেও অসমৰ ৰাজনৈতিক বল-বিক্ৰমক উচ্চ শিখৰত তুলি অসম বুৰঞ্জীলৈ নতুন গৌৰৱ আনিছিল।

অসমীয়া সাহিত্য আৰু সংস্কৃতিৰ সোণালী যুগৰ সৃষ্টি কৰিছিল কোঁচ ৰজা মহাৰাজ নৰনাৰায়ণে। গ্ৰীচবাসীয়ে যেনেকৈ পেৰিক্লিচৰ যুগ পাহৰিব নোৱাৰে, ইংলণ্ডবাসীয়ে যেনেকৈ মহাৰাণী প্ৰথমা এলিজাবেথৰ ৰাজত্বক পাহৰিব নোৱাৰে, ভাৰতবাসীয়ে যেনেকৈ বিক্ৰমাদিত্য আৰু আকবৰক পাহৰিব নোৱাৰে, অসমবাসীয়েও তেনেকৈ এইজনা মহাৰাজক কোনোদিনে নাপাহৰে। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ, ৰাম সৰস্বতী আদি বৈষ্ণৱকবিসকলক লৈ এৱেঁই বিক্ৰমাদিত্যৰ দৰে কবিসকলৰ দিব্যসভা পাতে।

সুদূৰ মাউলুঙৰ পৰা অহা বিজয়ী বীৰ চুকাফাই তেৰশতিকাৰ প্ৰাৰম্ভণিত সৌমাৰপীঠত খোপনিপুতি দেশৰ বুৰঞ্জীলৈ যুগান্তৰ আনিছিল। সাতৰাজ মাৰি একেৰাজ কৰা ছশবছৰীয়া আহোম ৰাজত্বৰ তেৱেঁই পাতনি মেলিছিল। এই সুদীৰ্ঘ ছশবছৰীয়া ৰাজত্বকালত অসমীয়া সংস্কৃতিয়ে ন ৰূপ লৈ ঠন্ধৰি উঠিছিল, অপৰাজিত অসমীয়া শক্তিৰ সৃষ্টি হৈছিল, অসমীয়া সাহিত্যত বুৰঞ্জী, গদ্য, সাহিত্যৰ উদ্ভৱ হৈছিল, দেশ জয়জয়-ময়ময় হৈ পৰিছিল, দেশে পুৰণি নাম সলাই নতুন নাম লৈছিল। চুকাফাই পাতি যোৱা সৰু ৰাজ্যখন

বিস্তৃত কৰি গঢ় দিছিল চুহুংমুং দিহিঙীয়া ৰজা, প্ৰতাপসিংহ, গদাধৰসিংহ, ৰুদ্ৰসিংহ আদি স্বৰ্গদেউসকলে। তীক্ষ্ণ বুদ্ধিৰ বলত সৰুৰ পৰা বৰ হোৱা মোমাই তামুলী বৰবৰুৱা, "দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি দেশৰ বাবে মোমাইক কাটি দুডোখৰ কৰি এৰাতিৰ ভিতৰতে গড় সজোৱা বীৰ লাচিত, কৰতোৱালৈকে অসমৰ সীমা বঢ়াই মোগলৰ হাতৰ পৰা সমগ্ৰ পূব ভাৰতক মুক্তি দিবলৈ ওলোৱা অসম শিৱাজী মহাৰাজ ৰুদ্ৰসিংহ, প্ৰজাই যাচি দিয়া ৰাজমুকুট তিনিবাৰ প্ৰত্যাখান কৰা দূৰদৰ্শী ৰাজমন্ত্ৰী আতন বুঢ়াগোহাঁই, প্ৰজাক দুৰ্য্যোগৰ কালত পক্ষীৰ দৰে পাখিৰে আৱৰি আশ্ৰয় দিয়া মহামন্ত্ৰী পিতৃ বুঢ়াগোহাঁই পূৰ্ণানন্দ আৰু স্বাধীনতাৰ যুঁজত প্ৰাণবলি দিয়া অগণন অসমীয়া বীৰবীৰাঙ্গনাৰ যুগমীয়া স্মৃতিয়ে চিৰদিনলৈ অসমীয়াৰ প্ৰাণত শক্তিৰ সঞ্চাৰ কৰিব।

"প্ৰমীলাৰ ৰাজ্য" বুলি খ্যাতি থকা এই দেশখনৰ নাৰী-জাতিও কোনো দিন পিচপৰা নাছিল। কামৰূপ কুঁৱৰী অমৃত-প্ৰভাই কাশ্মীৰত বৌদ্ধধৰ্ম্ম বিকাশ আৰু শিক্ষাৰ প্ৰচাৰৰ বাবে চেষ্টা কৰি ৰজা-প্ৰজা সকলোৰে সমাদৰ লাভ কৰিছিল। দেশপ্ৰেমত উত্তেজিত হৈ পুৰুষৰ বেশেৰে ৰণচণ্ডী হৈ ৰণক্ষেত্ৰত পদাৰ্পণ কৰিছিল মূলাগাভৰু আৰু বাধা ৰুক্মিণীয়ে, দেশ আৰু স্বামীৰ কাৰণে নিষ্ঠুৰ ৰক্তপিপাসু লৰাৰজাৰ অত্যাচাৰ মূৰপাতি লৈ আত্মত্যাগৰ চৰম আদৰ্শ দেখুৱাইছিল সতী জয়মতীয়ে, ৰাজদণ্ড হাতত লৈ দক্ষতাৰে শাসন চলাই গৈছিল বৰৰজা ফুলেশ্বৰী, দ্ৰৌপদী আৰু সৰ্ব্বেশ্বৰীয়ে আৰু ৰাজনীতিত বিচাৰসুলভ মন্ত্ৰণা দিছিল চাওচিং কুঁৱৰী আৰু ৰাণী কমলেশ্বৰীয়ে। সমাজত অসমীয়া নাৰীৰ অধিকাৰ আৰু অবাধ চলন-ফুৰণ দেখি বিদেশী পৰ্য্যটকসকলে আচৰিত মানিছিল। ইয়াৰ ইঙ্গিত চিহাবুদ্দিন তালিছৰ টোকাত পোৱা যায়।

কিন্তু বুৰঞ্জীপ্ৰসিদ্ধ এই সকলো ব্যক্তিৰ ভিতৰত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ নাম সদায় আগত। বঙ্গবাসীৰ বাবে ৰবীন্দ্ৰ ঠাকুৰ আৰু বঙ্কিমচন্দ্ৰ যেনে, ইংলেণ্ডবাসীৰ বাবে স্বেক্সপিয়েৰ যেনে, অসম-বাসীৰ বাবে এইজনা মহাপুৰুষো তেনে। শ্ৰীশঙ্কৰদেৱ অকল বৈষ্ণৱ ধৰ্ম্মগুৰুয়েই নহয়; একেধাৰে তেওঁ কবি, সাহিত্যিক, নাট্যকাৰ, শিল্পী, সঙ্গীতজ্ঞ আৰু সংস্কাৰক। মহাপুৰুষজনা ভগৱানৰ এক অলৌকিক সৃষ্টি। ষোলশতিকাৰ অসমৰ সামাজিক অধঃপতন আৰু কলুষিতা আঁতৰাই ভাগৱতৰ পবিত্ৰ ৱাণীৰে তেওঁ অসমক সংস্কাৰিত কৰি থৈ গল, এক বৃহৎ অসমীয়া জাতি গঠন কৰাৰ আদৰ্শ দি থৈ গল। অসমৰ সাহিত্য ফুলনিলৈ মৰহি নোযোৱা পাৰিজাত তেৱেঁই আনিলে, নামঘৰ, ভাওনাৰ তেৱেঁই সৃষ্টি কৰিলে। সেইজনা মহাপুৰুষ গুৰুৰো গুৰু পৰম গুৰু শ্ৰীশঙ্কৰদেৱ অসমীয়া জাতিৰ চিৰ নমস্য। গুৰু-জনাৰ লগে লগে তেওঁৰ প্ৰিয় শিষ্য আন এজন মহাপুৰুষ মাধৱদেৱেও অসমীয়া সাহিত্য, সংস্কৃতি আৰু জাতীয় জীৱনলৈ বহুমূলীয়া অৱদান দি থৈ গৈছে। অসমীয়া জাতি থাকেমানে তেওঁলোকৰ অন্তৰত এই দুজনা মহাপুৰুষ জীয়াই থাকিব।



## বিভিন্ন জাতিৰ মিলনভূমি অসম

মানৱ সভ্যতাৰ বুৰঞ্জীত অসম যেন এটি যাদুঘৰ। নেগ্ৰিটো, অষ্ট্ৰ-এচিয়াটিক, মঙ্গোলীয়, দ্ৰাবিড় আটাইবিধ মানৱগোষ্ঠীৰ সভ্যতাৰ লীলাভূমি এই দেশখন—বিভিন্ন জাতিৰ বিভিন্ন ভাষা, বিভিন্ন কৃষ্টিৰে ভৰপূৰ! "অসমখন এখন বুটা বছা দলিচা"—গান্ধীৰ এই উক্তিটো আখৰে আখৰে সচা; কিন্তু এই বিৰাট অনৈক্যৰ মাজত আছে এক অপূৰ্ব্ব মহান ঐক্য। অসমীয়া ভাষাৰ বাদেও অসমত ১২০ত কৈও অধিক দোৱান আছে; কিন্তু এই দোৱানবোৰৰ মূল অসমীয়া। অসমীয়া ভাষাও বঙালী ভাষাৰ পৰা অহা নহয়, বঙালী ভাষাৰ দৰেই মাগধী প্ৰাকৃতৰ পৰা অহাহে। "মধ্য ভাৰতৰ ভাষাৰ লগত কামৰূপৰ ভাষাৰ অনেক মিল"—হিউৱেনচাঙৰ এই উক্তি অসমীয়া ভাষাবিদসকলৰ বাবে হীৰাতকৈও বহুমূলীয়া।

আৰ্য্য আৰু অনাৰ্য্যৰ বিচিত্ৰময় সংমিশ্ৰণে ইয়াৰ সংস্কৃতিলৈ আনিছে এক সুকীয়া বৈশিষ্ট্য। অসমীয়া সভ্যতা আহোমৰ নহয়, কোচৰ নহয়, বড়ো-কছাৰীৰ নহয়, ব্ৰাহ্মণ, কায়স্থ, কলিতাৰ নহয়, নগা, মিকিৰ, গাৰো আদি পৰ্ব্বতীয়া জাতিৰ নহয়—এই আটাইবিলাক জাতিৰ সংমিশ্ৰণত আৰু সংস্পৰ্শত যি সভ্যতা গঢ়ি উঠিছে, সেয়েই অসমীয়া সভ্যতা। ইয়াত একাধিপত্য কাৰো নাই; অথচ ইয়াৰ সৃষ্টি আৰু বিকাশত বৰঙণি নোযোগোৱা কোনো জাতি নাই। অসমীয়া সংস্কৃতিৰ এইটোৱেই আটাইতকৈ ডাঙৰ বিশেষত্ব।

**থল-পৰ্ব্বতৰ সম্বন্ধ**—ইংৰাজবিলাক অহাৰ আগলৈকে অসমৰ থল-পৰ্ব্বতৰ সম্বন্ধ আছিল ককাই-ভাইৰ সম্বন্ধ। ইজনে সিজনক 'মিতা' অৰ্থাৎ মিত্ৰ বা বন্ধু বুলিহে সম্বোধন ধৰিছিল। ৰূপ, তাম, সীহ, দা, যাঠি, লোণ, জলকীয়া, জাংফাইকেৰু লৈ পৰ্ব্বতীয়া ভাইহঁত ভৈয়ামলৈ আহিছিল, ভঙা ভঙা অসমীয়া কৈছিল আৰু ভৈয়ামৰ মানুহৰ লগত সেইবোৰ বস্তু সলাই ভৈয়ামৰ পৰা আন আন যাৰতীয় বস্তু লৈ ঘৰলৈ ঘূৰিছিল। আহোমৰ যুগত এই সম্বন্ধ বেছি নিবিড় হৈছিল। প্ৰথম বৰপাত্ৰ গোহাঁই কনচেং নগা-চাঙত ডাঙৰ হৈছিল, আহোম ৰজাই পৰ্ব্বতীয়া জাতিক পঁচা দিছিল; নগাক খাত-পাম দিছিল, কোনো কোনোক আহোম কৰি লৈ জাততো তুলিছিল। অসমৰ ভৈয়াম এখন বেলেগ ৰাজ্য আৰু পৰ্ব্বত এখন বেলেগ ৰাজ্য এই ভাৱ কোনোদিন অহা নাছিল। মগলু (মণিপুৰী) জীয়াৰী কুৰঙ্গনয়নীক স্বৰ্গদেৱ ৰাজেশ্বৰসিংহই কুঁৱৰীকৈ লৈছিল; মানতৰাৰ উপদ্ৰৱৰ পৰা মণিপুৰক ৰক্ষা কৰিবলৈ ছুবাৰো অসমীয়া সৈন্য গৈছিল। মোৱামৰীয়া বিদ্ৰোহৰ সময়ত অসম ৰজাক সহায় কৰিবলৈ মণিপুৰে সৈন্য পঠাইছিল। মহাৰাজ ৰুদ্ৰসিংহই মোগলৰ বিপক্ষে আয়োজিত কৰা অভিযানত গাৰো, জয়ন্তীয়া, নগা, মিকিৰ, মিৰি, ডফলা, কছাৰী, মণিপুৰীয়া প্ৰত্যেক জাতিয়ে সৈন্য-সামন্ত আৰু আন আন সামগ্ৰী দি সহায় কৰিছিল।



এই সম্বন্ধ যাউতিযুগীয়া কৰিবলৈ মহাপুৰুষ শঙ্কৰদেৱে গাৰোৰ গোবিন্দ আতৈ, নগাৰ নৰোত্তম আতৈক শিষ্য কৰি লৈছিল; কিন্তু সেই পুৰণিকলীয়া মিলাপ্ৰীতি আৰু বুজাপৰাত বৃটিছে বিহগুটি সিঁচিলে—থল-পৰ্ব্বতৰ মিতা সম্বন্ধলৈ কেৰোণ সুমুৱালে। স্বাধীনতাৰ পিচতো তাৰ সংস্কাৰ কৰিব পৰা নহল বা যেনেভাৱে সংস্কাৰ কৰিব লাগিছিল তেনেভাৱে কাম হাতত লোৱা নহল। ফলত আজি সুকীয়া পাৰ্ব্বত্য ৰাজ্যৰ সৃষ্টি। ৰাজনীতিৰ ঠেকগণ্ডীয়ে পাহাৰক ভৈয়ামৰ পৰা আঁহফালি আঁতৰাই নিলেও পাহাৰ আৰু ভৈয়াম মিলিয়েই অসম দেশ, অসমীয়া সভ্যতা, অসমীয়া সংস্কৃতি আৰু অসমীয়া ভাষা। থল-পৰ্ব্বতৰ মাজত মিত্ৰভাৱ গুচি শত্ৰুভাৱ সোমালে অসম হৈ নাথাকিব, অসমীয়া সংস্কৃতিও নাশ পাব।

**অসমৰ বুৰঞ্জী-সাহিত্য**— গিয়াৰ্চন (Grierson) চাহাবে অসমৰ বুৰঞ্জী-সাহিত্যৰ বিষয়ে কৈছিল যে অসমীয়া জাতিয়ে সচাকৈয়ে তেওঁলোকৰ জাতীয় সাহিত্য লৈ গৌৰব কৰিব পাৰে। বুৰঞ্জীৰ চৰ্চ্চা নথকা ভাৰতবৰ্ষত অসমে অতি দক্ষতাৰে বুৰঞ্জীৰ চৰ্চ্চা কৰিছিল। সচাকৈয়ে আধুনিক দৃষ্টিভঙ্গীৰ পৰা বুৰঞ্জীৰ অধ্যয়ন ভাৰতত কাশ্মীৰ আৰু অসম—এই দুখন দেশেইহে কৰিছিল। এই বুৰঞ্জী-সাহিত্য আহোমসকলৰ দান—। "যি মৰিল, যাক পালো, বাটত যি হ'ল পণ্ডিতে লেখি থব—।" সৌমাৰপীঠত চুকাফাই ভৰি দিয়েই তেওঁৰ পণ্ডিতক আজ্ঞা দিয়া দিন ধৰি ছশবছৰীয়া আহোম ৰাজত্বত শ শ বুৰঞ্জী লেখা হ'ল। ইয়াৰ বহুতো হেৰাল, বহুতত ঘুণে ধৰিলে, পৈতৃক সম্পত্তি ভাগ হবৰ সময়ত সাঁচি-পতীয়া বুৰঞ্জী পুথিবো ককাই-ভাইৰ মাজত ভাগ হৈ কিছুমান নোহোৱা হ'ল, কিছুমান এতিয়াও কাৰোবাৰ পেড়া-পেটাৰি ধোঁৱাচাঙত পৰি আছে। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই বুৰঞ্জীদাহতো অনেক বুৰঞ্জী পুৰি শেষ কৰিলে। এনে সাঁচি-পতীয়া বুৰঞ্জী পুথিৰ উদ্ধাৰ হবই লাগিছে। নিভাজ ঘৰুৱা অসমীয়া ভাষাত লেখা এই বুৰঞ্জী-সাহিত্যই অসমীয়া

সাহিত্যক সমৃদ্ধিশালী কৰি ৰাখিছে। তুংখুঙ্গীয়া বুৰঞ্জীৰ পাতনিত স্বৰ্গীয় ডঃ সূৰ্য্যকুমাৰ ভূঞাই মন্তব্য কৰিছিল ঃ “যি কালত প্ৰতিবেশী বঙ্গীয়সাহিত্যক প্ৰণোদিত আৰু অনুপ্ৰাণিত কৰিবলৈ কোনো স্বাধীন ৰজা, ৰাজবিষয়া আৰু সৈন্য-সেনাপতিৰ কাৰ্য্য - কলাপৰ অস্তিত্ব নাছিল, সেইকালত অসমীয়া জাতিৰ পৰা এনে প্ৰাণময় বিচিত্ৰ ৰজাঘৰীয়া গদ্য-সাহিত্যৰ উদ্ভৱ হৈছিল, সিয়ো বৰ্ত্তমান আত্ম-বিস্মৃত অসমীয়াৰ পক্ষে প্ৰধান গৌৰৱৰ কথা।”

**অসম বুৰঞ্জীৰ গৱেষণা**—ধাৰাবাহিক লেখিত বুৰঞ্জী নথকাৰ বাবে পুৰণি ভাৰত বুৰঞ্জীয়েই হওক বা পুৰণি অসম বুৰঞ্জীয়েই হওক, সি মাত্ৰ ৰাজনামা, সময়ৰ নিৰ্ঘণ্ট আৰু কিছুমান অসংলগ্ন বিৱৰণৰ নিৰস আলোচনা। অসম বুৰঞ্জীৰ সম্পূৰ্ণ গৱেষণা আজিও হোৱা নাই—প্ৰত্যেক কালৰ ওপৰত বুৰঞ্জীৰ পোহৰ আজিও পৰা নাই। ভগদত্তৰ মৃত্যুৰ পৰা পুষ্যবৰ্ম্মনৰ সিংহাসনপ্ৰাপ্তিলৈকে—এই সুদীৰ্ঘ কালছোৱা অসম বুৰঞ্জীৰ আন্ধাৰ যুগ। ভাস্কৰবৰ্ম্মনৰ মৃত্যু আৰু শালস্তম্ভৰ আৰোহণৰ মাজৰ সময়ছোৱাও অনুমানৰ ওপৰতে প্ৰতিষ্ঠিত। কৰ্ণসুৱৰ্ণৰ ওপৰত ভাস্কৰবৰ্ম্মনৰ আধিপত্যৰ সন্তোষজনক বিৱৰণ নথকাৰ হেতু অনেক পণ্ডিতে সেই যুক্তি মানি লব নোখোজে। পাল ৰাজত্বৰ পতনৰ পিচত আহোমসকল অহালৈকে এই কালছোৱাও অন্ধকাৰময়। চুটীয়া· বাৰভূঞা, মৰাণ, বৰাহী আৰু বিভিন্ন পাহাৰী জাতিসমূহৰ ওপৰতো বিজ্ঞানসন্মত বুৰঞ্জী পাবলৈ নাই, তাহানিতে চাহাবসকলে লেখি থৈ যোৱা বিৱৰণতে আমি সন্তুষ্ট থাকিব লগা হৈছে। অসমৰ স্থাপত্য আৰু শিল্প-কলাৰ ওপৰতো বিশদ গৱেষণা আজিলৈকে হোৱা নাই। “বৃটিছৰ আমোলত অসম” আৰু “অসমত স্বাধীনতা সংগ্ৰাম” আদি বিষয়তো গৱেষণা নিচেই চালুকীয়া অৱস্থাত। মুঠতে পুৰণি আৰু আধুনিক যুগৰ অসম বুৰঞ্জীত গৱেষণাৰ অনেক থল আছে।



অসমৰ প্ৰথম সম্পূৰ্ণ বুৰঞ্জীখন লেখে মাননীয় ৺গেইট চাহাবে। অসমৰ পুৰণি বুৰঞ্জীৰ ওপৰত মাত্ৰ কেইপাতমানহে তেখেতে লেখিছিল; কিন্তু তাকেই পথপ্ৰদৰ্শক কৰি ৰায়বাহাদুৰ কনকলাল বৰুৱা, ৺ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা, ৺ডঃ বাণীকান্ত কাকতি, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ ডাইৰেক্টৰ ডঃ প্ৰতাপ চন্দ্ৰ চৌধুৰী আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ মুখ্য অধ্যাপক ডঃ মহেশ্বৰ নেওগে তেখেতসকলৰ বহুমূলীয়া বৰঙণি আগবঢ়ায়। আহোম যুগৰ বুৰঞ্জীৰ ওপৰত ৺ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাৰ বৰঙণি আৰু জীৱনজোৰা, শ্ৰম উল্লেখযোগ্য। স্বাধীনতা সংগ্ৰামৰ ওপৰত ডঃ কেশৱনাৰায়ণ দত্তৰ গৱেষণাও আদৰ্শনীয়। ৺হেমচন্দ্ৰ গোস্বামীদেৱেও অনেক পুৰণি পুথি উদ্ধাৰ কৰি কামৰূপ অনুসন্ধান সমিতিত সংগ্ৰহ কৰিছিল। কিন্তু ইমানতে অসম বুৰঞ্জীৰ গৱেষণা সম্পূৰ্ণ নহয়। তেখেতসকলে দেখুৱাই যোৱা পথকে অনুকৰণ কৰি নতুন দৃষ্টিকোণৰ পৰা অসমৰ বিভিন্ন জাতি আৰু বিভিন্ন কাল আৰু ব্যক্তিৰ ওপৰত গৱেষণা চলিব লাগিব। আমি আশা কৰো এই গৱেষণাৰ ক্ষেত্ৰত গুৱাহাটী আৰু ডিব্ৰুগড়, অসমৰ দুয়োখন বিশ্ববিদ্যালয়ে সক্ৰিয় সহায় কৰিবলৈ যত্ন কৰিব।

**বুৰঞ্জী পুথি আৰু চৰকাৰী নথি-পত্ৰ উদ্ধাৰ :** গৱেষণা কৰিবলৈ যাওঁতে অসমীয়া গৱেষকে নানা সমস্যাৰ সন্মুখীন হব লগাত পৰে। অৰ্থনৈতিক সমস্যাৰ উপৰিও বুৰঞ্জীৰ সমল বিচাৰি বহু সময়ত হাবাথুৰি খাব লগীয়া হয়। গৱেষকসকলৰ সেই কষ্টৰ বহুখিনি লাঘৱ কৰিছে “কামৰূপ অনুসন্ধান সমিতি” আৰু “বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে”। এই দুখন অনুষ্ঠানে বৰ্ত্তমানে দিয়া সুবিধাৰ উপৰিও যৎপৰোনাস্তি সহায় কৰিবলৈ আগবাঢ়িলে গৱেষকসকলৰ বহুত বেমেজালি আঁতৰ হব। তাৰ বাবে যি অৰ্থৰ প্ৰয়োজন তালৈ চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি টানি ধৰাটোও অনুষ্ঠান দুখনৰে কৰ্ত্তব্য। অনুষ্ঠান দুখনত থকা সমলেই গৱেষকৰ বাবে

যথেষ্ট নহয়। ইষ্ট ইণ্ডিয়া কোম্পানী আৰু বৃটিছ আমোলৰ বহুতো চৰকাৰী নথি-পত্ৰ দিল্লী, কলিকতাৰ বাহিৰেও লণ্ডনৰ মিউজিয়াম আৰু ইণ্ডিয়া অফিচ লাইব্ৰেৰীত আছে। এই চৰকাৰী নথি-পত্ৰবিলাকৰ নকল আনি অনুষ্ঠান দুখনত ৰাখিব পাৰিলে গবেষকসকলক বহুতো সুবিধা দিয়া হব। এতিয়াও পোহৰ নেদেখা বুৰঞ্জী বহুত অসমীয়াৰ ঘৰত আছে, সেইবোৰ সোনকালে সংগ্ৰহ কৰিব লাগে।

তদুপৰি আহোম যুগৰ বহুতো বুৰঞ্জী টাই ভাষাত লেখা হৈছিল। সেই বুৰঞ্জীবোৰত বহুমূলীয়া সম্বল লুকাই আছে। বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগৰ তত্ত্বাৱধানত "ৰেচেলিচা" আৰু "ৰেচেলি হুকং" নামৰ দুখন বুৰঞ্জী অলপতে টাই ভাষাৰ পৰা অসমীয়ালৈ অনুবাদ কৰা হয়। অৱশ্যে বুৰঞ্জী দুখনৰ প্ৰকাশ এতিয়াও হোৱা নাই। এই বুৰঞ্জী দুখনে আহোম ৰাজত্বৰ পৰিণতি আৰু মানৰ আক্ৰমণৰ বহুতো নতুন তথ্য পোহৰলৈ আনিছে। ফাৰ্চী ভাষাতো অসমৰ বিষয়ে বহুমূলীয়া সম্বল থকা বুৰঞ্জী আছে। "বাহাৰিস্তান-ই-ঘায়েবিৰ" পিচত আন ফাৰ্চী বুৰঞ্জীৰ অসমীয়া অনুবাদ হোৱা নাই। সেই বুৰঞ্জীবোৰ অসমীয়া আৰু ইংৰাজীলৈ সোনকালে অনুবাদ কৰা যুগুত। টাই আৰু ফাৰ্চী ভাষা জনা লোকক এনে কামত সোনকালে চৰকাৰে নিয়োগ কৰা উচিত। আনহাতে অসমীয়া বুৰঞ্জীবোৰো ইংৰাজীলৈ অনুবাদ কৰিব পাৰিলে সুধী সমাজে অসমৰ ঐতিহ্য জানিব পাৰি বং পাব।

**অসমৰ বিস্তাৰিত বুৰঞ্জী**- অসমৰ বিস্তাৰিত বুৰঞ্জী এখনৰ আৱশ্যকতা আদি বহুদিন ধৰি সুধী সমাজে অনুভৱ কৰি আহিছে। গেইট চাহাবৰ বুৰঞ্জীখনেই অসমৰ একমাত্ৰ সম্পূৰ্ণ বুৰঞ্জী। সেইখনকে অনুকৰণ কৰি সৰু-সুৰা কেইখনমান সম্পূৰ্ণ বুৰঞ্জী অসমীয়া লেখকে লেখিলেও সেই বুৰঞ্জীসমূহ স্কুলীয়া লৰা-ছোৱালীৰ পাঠ্যৰ উপযোগীকৈহে লেখা। সেইবিলাক সম্পূৰ্ণ হলেও বিস্তাৰিত নহয়। বিস্তাৰিত বুৰঞ্জীখন এজনে লেখাও সম্ভৱপৰ নহয়। ভাৰতীয় বিদ্যাভৱন, নিখিল ভাৰত বুৰঞ্জী কংগ্ৰেছ আদি অনুষ্ঠানে যেনেকৈ ভাৰতৰ বিস্তাৰিত বুৰঞ্জী প্ৰকাশ কৰিছে। অসমৰ বিস্তাৰিত বুৰঞ্জী প্ৰকাশ কৰিবলৈও তেনে অনুষ্ঠানৰ আৱশ্যক হৈ পৰিছে। গুৱাহাটী আৰু ডিব্ৰুগড়—দেশৰ দুইখন বিশ্ববিদ্যালয়ৰ তত্ত্বাৱধানত বা অসম সাহিত্য সভাৰ সৌজন্যত সেই কাম সোনকালে হাতত ললে ভাল হয়। আঞ্চলিক ভাষাৰ উপৰিও ইংৰাজীত প্ৰকাশ পালে অসমৰ বাহিৰে আন ঠাইৰ মানুহেও অসমৰ বিষয়ে জনাৰ সুবিধা পাব আৰু আন আন ঠাইতো অসমীয়া সভ্যতা আৰু সংস্কৃতিৰ প্ৰচাৰ হব।



**অন্যান্য দেশৰ বুৰঞ্জী অধ্যয়ন**— আঞ্চলিক আৰু ভাৰতৰ বুৰঞ্জীৰ অধ্যয়নৰ উপৰিও আমাৰ বিশ্ববিদ্যালয় দুখনত আন আন দেশৰ বুৰঞ্জী অধ্যয়নৰো সুযোগ দিয়া হৈছে। কাৰণ বুৰঞ্জীৰ প্ৰকৃত জ্ঞান অৰ্জ্জন কৰিবলৈ হলে দেশৰ বুৰঞ্জীৰ উপৰিও দাতি-কাষৰীয়া দেশ আৰু পৃথিবীৰ সুসভ্য জাতিসকলৰ সভ্যতা আৰু সংস্কৃতিৰ সম্যকজ্ঞান থকাও প্ৰয়োজনীয়; কিন্তু এই জ্ঞান সাধাৰণতে আধুনিক যুগৰ ওপৰতে দিয়া হয়। গ্ৰীচ, ৰোম, ইজিপ্ত, বেবিলন, পাৰস্য, চীন, জাপান আদি দেশৰ পৌৰাণিক যুগৰ বুৰঞ্জীৰ আভাসো যদি লগে লগে দিব পৰা হয়, তেনেহলে বুৰঞ্জীৰ ছাত্ৰৰ বুৰঞ্জী অধ্যয়নৰ পৰিসৰ বাঢ়িব আৰু সেই যুগত যি কোনো বিষয়তে গবেষণা আৰম্ভ কৰিলে আন দেশৰ সমসাময়িক সভ্যতাৰ জ্ঞানে বহল দৃষ্টিকোণৰ পৰা ঘটনাৰ গতি আৰু মানুহৰ ভাৱধাৰাক নিৰীক্ষণ কৰিবলৈ সহায় কৰিব।

অৱশ্যে প্ৰাচীন যুগৰ ওপৰতে জোৰ দিবলৈ মই কব খোজা নাই। প্ৰাচীন, মধ্য আৰু আধুনিক এই তিনিও যুগতে এনে ধৰণৰ বুৰঞ্জী চৰ্চ্চা নিতান্ত প্ৰয়োজনীয় হৈ পৰিছে। আঞ্চলিক বা দেশীয় দৃষ্টিকোণৰ পৰা নাচাই আজি বিশ্বৰ দৃষ্টিকোণৰ পৰা প্ৰত্যেক বিষয়কে চোৱাৰ সময় আহিছে আৰু সেই দৃষ্টিকোণৰ পৰা

আঞ্চলিক বুৰঞ্জীৰ চৰ্চ্চা নহলে বিশ্বৰ ইতিহাসত আঞ্চলিক বুৰঞ্জীয়ে কেতিয়াবা ঠাই পাব বুলি আশা কৰিব নোৱাৰি। বুৰঞ্জী চৰ্চ্চাৰ বাবে তেনে ব্যৱস্থা আমাৰ বিশ্ববিদ্যালয়ত লোৱাৰ আশা আমি ৰাখিছোঁ।

প্ৰাচীন কীৰ্ত্তিচিহ্ন সংৰক্ষণ— অসম দেশ নানাবিধ পুৰণি কীৰ্ত্তিচিনেৰে ভৰা। মঠ-মন্দিৰ, দেৱালয়; মূৰ্ত্তি অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে; কিন্তু ইয়াৰ সংৰক্ষণৰ বাবে ভাল ব্যৱস্থা এতিয়াও হাতত লোৱা হোৱা নাই। ইয়াৰ ফলত প্ৰাচীন কীৰ্ত্তিচিহ্নসমূহ কালৰ গতিত লয় পাবলৈ ধৰিছে। তলাতলঘৰ, ৰংঘৰত বন গজিছে, বন্যজন্তুৰ আশ্ৰয়ৰ স্থান হৈছে। অসমীয়াই নিজে আগবাঢ়ি আহি এই ঐতিহ্যৰ সংৰক্ষণ নকৰিলে সুদূৰ দিল্লীৰ সংৰক্ষণ অফিচৰ পৰা সেই কাম হব বুলি আশা কৰিব নোৱাৰি।

খনন কাৰ্য্য—অসমত খনন কাৰ্য্য আজিলৈকে হোৱা নাই। যিবোৰ স্মৃতিচিন মাটিৰ তলত পোৱা গৈছে সেইবোৰ কিবা সৌভাগ্য-ক্ৰমত ঘটনাচক্ৰে ওলোৱা। গুৱাহাটী, তেজপুৰ, ডিমাপুৰ, হাজো, ধুবুৰী, শদিয়া আদি ঠাইত খনন কাৰ্য্য চলালে নিশ্চয় আশানুৰূপ ফল পোৱা যাব। শদিয়াত ইতিমধ্যে বহুত পুৰণি কীৰ্ত্তিচিহ্ন বাহিৰ হৈছে। সেইক্ষেত্ৰত কাৰ্য্যকৰী পৰিকল্পনা হাতত লোৱা উচিত।

মুঠতে দেশৰ বুৰঞ্জী উদ্ধাৰ আৰু প্ৰকাশ কৰাৰ ক্ষেত্ৰত এতিয়াও বহুতো কাম বাকী। মুখেৰে সেইবোৰৰ দীঘলীয়া আলোচনা কৰি লাভ নাই, যদি হাতে-কামে একো কৰিব পৰা নহয়। আমাৰ উঠি অহা লৰা-ছোৱালী, ডেকা-গাভৰুসকল আগবাঢ়ি আহি জাতিৰ সংস্কৃতিত তেওঁলোকৰ বৰঙণি যোগালে জাতি আপোনা-আপুনি চহকী হব, ভাৰতৰ বুৰঞ্জীত অসমৰ হেৰোৱা গৌৰৱ আৰু প্ৰাধান্যতা ঘূৰি আহিব।

দীঘলীয়া বক্তৃতাৰে মই ৰাইজক আমনি দিব নোখেজোঁ। তেখেতসকলৰ ধৈৰ্য্য আৰু আদৰৰ বাবে মোৰ ধন্যবাদ জনাই, দেশ আৰু জাতিৰ মঙ্গল কামনা কৰি মোৰ বক্তব্যৰ সামৰণি মাৰিছোঁ।

**—শ্ৰীলক্ষ্মীপ্ৰসাদ দত্ত, এম্, এ, বি, এল**



# সাংস্কৃতিক সমাৰোহৰ সভাপতিৰ ভাষণ

**অসম সাহিত্য সভাৰ সভাপতি বাপ্, আৰু সমবেত সজ্জনসকল !**

আজি এটি পুণ্যক্ষণত, পুণ্য স্থানত তোমৰাসৱ হৰিমূৰ্ত্তিক দৰ্শন লভিবলৈ পাই আমাৰ জীৱন ধন্য হৈছে। এই মনুষ্য জীৱনত এনে শুভক্ষণ কাহানিবা কোনোবাজনৰ ভাগ্যতহে মিলে। তোমৰাসৱে আমাৰ আন্তৰিক সেৱা গ্ৰহণ কৰক।

দুজনা গুৰু শঙ্কৰ-মাধৱে এই জনপদতেই জন্মলভি, এই পুণ্যভূমি বৰপেটা চহৰতেই সংস্কৃতিৰ পাতনি মেলিছিল। এনে এখনি সংস্কৃতি বিকাশৰ থলীত আজি সেই সংস্কৃতিৰ অনুৰাগীসকলে ইয়াৰ বিকাশ সাধনৰ বাবে আলোচনালৈ দৃষ্টিপাত দিয়াত নিতান্ত মূকজনৰ বাবেও পৰম সৌভাগ্য ঘটিছে। অসম সাহিত্য সভাৰ এই পবিত্ৰতা ৰক্ষা হওক—এনে কামনা কৰা হৈছে। ভাষা-সাহিত্য-তকৈ পবিত্ৰ বস্তু কি হ'ব পাৰে? অন্তৰৰ কথাসমূহক বাহিৰত শব্দাকৃতিৰে প্ৰকাশ কৰিব পৰাকে হেনো ভাষা বোলা হৈছে। সেই ভাষাই সুৰদি হৈ কৰ্ণৰন্ধ্ৰে দি অন্তৰত প্ৰবেশ কৰি ভাৱৰ হেন্দোলনি তুলিব পৰাকে সাহিত্যও বোলা হৈছে। এই ভাষা-সাহিত্য গণ-সমূহৰ অন্তৰত প্ৰৱাহমান। অৱশ্যে আমাৰ দৰে অজ্ঞজনৰ কাৰণে ইয়াৰ সম্যক উপলব্ধি কৰা সম্ভৱপৰ নহয়।

অধ্যাত্মভূমি ভাৰতবৰ্ষত সৃষ্টিৰ পাতনিৰে পৰা ফল্গু নদীৰ দৰে এটি অন্তৰ্বহা সুঁতি প্ৰাণীসমূহৰ অন্তৰে অন্তৰে বৈ আহিছে। ইয়াকে চিত্তনদী বুলি কোৱা হৈছে। এই নদী দুটি ভাগত বিভক্ত হৈ বৈ গৈছে। শাস্ত্ৰই ইয়াৰ ব্যাখ্যা দি কৈছে ঃ

"চিত্তনদী নাম উভয়তো বাহিনী, বহতি কল্যাণায় বহতি পাপায় চ। যাতু কৈৱল্যপ্ৰাগভাৰা বিবেক বিষয় নিম্না পাপ বহা। তত্ৰ বৈৰাগ্যেণ বিষয় স্ৰোতঃ খিলী ক্ৰিয়তে। বিবেক দৰ্শনাভ্যাসেন বিবেক স্ৰোত উদ্‌ঘাট্যতে ইত্যুভয়াধীনশ্চিত্তবৃত্তি নিৰোধঃ।"

অৰ্থাৎ—জীৱ মাত্ৰৰে অন্তৰত চিত্তনদী এখনি আছে। এই নদীখনি দুভাগে বিভক্ত হৈ বৈ গৈছে। এখনিৰ নাম—কল্যাণ বহা আৰু আনখনিৰ নাম হৈছে পাপ বহা। কল্যাণ বহাৰ কল্যাণ সোঁত আৰু পাপ বহাৰ পাপ সোঁত বৈছে। বাহ্যিক পৃথিৱীৰ গঙ্গা আৰু যমুনাদিৰ নিচিনাকৈ এই কল্যাণ বহা নদীৰো কৈৱল্য নামেৰে অমৃত সাগৰ আছে; সেই কৈৱল্য সাগৰত গৈ মিশ্ৰিত হবৰ বাবে সততে বিবেক ৰূপ ভূমিলৈ নিম্নমুখী হৈ প্ৰৱাহিত হৈছে। সেয়ে পাপ বহা নদীৰ সাগৰ দুস্তৰ সংসাৰ সাগৰ। এই দুস্তৰ সংসাৰ সাগৰত মিশ্ৰিত হ'বৰ বাবে বিবেক ভূমিত সততে নিম্নমুখী হৈ প্ৰৱাহিত হৈছে।

সচ্চিদানন্দ বিভৱ মূৰ্ত্তিমান পৰমেশ্বৰৰ পৰা প্ৰথমতঃ চিত্ত শক্তি পৃথক পায়, তাৰ পিচত সেই চিত্ত শক্তিৰ পৰাই "নাদ" আৰু নাদৰ পৰা বিন্দু পৃথক ৰূপে প্ৰকাশিত হয়। পণ্ডিতসকলে সেই শক্তিকে "নাদ", "বিন্দু" আৰু "বীজ" স্বৰূপে এই ত্ৰিবিধৰ কল্পনা কৰিছে পৃথক ভূত আৰু সেই পৰৰ বিন্দুৰ পৰাই বৰ্ণ আৰু ধ্বন্যাত্মক শব্দ উৎপত্তি হৈছে। এই উভয়াত্মক শব্দই গৈ সকলোৰে শ্ৰৱণেন্দ্ৰিয় গোচৰলৈ আহি শব্দ ব্ৰহ্মৰূপে প্ৰকাশ পায়।

শেষশায়ী নাৰায়ণৰ জগত সৃষ্টিৰ বাসনা হোৱাত তেখেতৰ নাভিকমলৰ পৰা এটি অপূৰ্ব্ব সোণবৰণীয়া পদ্ম উৎপন্ন হৈছিল। আৰু সেই পদ্মৰ পৰাই জগত সৃষ্টিকৰ্ত্তা চতুৰ্ম্মুখ ব্ৰহ্মাৰ উদ্ভৱ হয়। এই ব্ৰহ্মাৰ কণ্ঠৰ পৰাই সৃষ্টিৰ প্ৰথমতে "ওঁ" কাৰ আৰু "অথ" এই দুটি শব্দ উচ্চাৰিত হৈছিল। পণ্ডিত পাৰ্শদেৱে কৈছে—"প্ৰাণবায়ু নাভিত আহত হৈ কাৰণ শব্দ "নাদ" সৃষ্টি হৈছে। ঋক প্ৰতিশাখ্যৰ ত্ৰয়োদশ পটলত ইয়াৰ বিবৰণ দি কোৱা হৈছে—



"বায়ুঃ প্ৰাণঃ কোষ্ঠ্যমনু প্ৰদানং
কণ্ঠস্য মে বিবৃত্তে সংবৃতে বা।
আপদ্যতে শাশ্বতং নাদতাং
বা বক্তী হায়াম—॥"

নাভিত প্ৰাণবায়ুৰ স্থিতি। শ্বাস ব্যাহত হলে "নাদ" তথা শব্দৰ সৃষ্টি হয়—"শ্বাসং নাদমপাদ্যতে"। জগতৰ বিভিন্ন গোষ্ঠী, বিভিন্ন জীৱ বিভিন্ন প্ৰকাৰৰ হলেও মূলতঃ একে—"নাদাধীনোমতোজগৎ।" জীৱৰূপী, সাধকৰূপী, নাদৰূপীব্ৰহ্ম বা ঈশ্বৰৰ অংশ "তদংশা জীৱ সংজ্ঞকাঃ"। পণ্ডিত শাৰ্ঙ্গদেৱে কণ্ঠকে ভাৰতী স্থান বুলি অভিহিত কৰিছে—

কণ্ঠেস্তি ভাৰতী স্থানং
বিশুদ্ধিঃ ষোড়শচ্ছদম্।
তত্ৰ প্ৰণৱ উদ্‌গীথো হুং ফড্
বষড়থ স্বধা।
স্বাহা নামোঽমৃতং সপ্তস্বৰঃ
বড়জাদয়ো বিষম॥

এই নাদ ধ্বনিয়েই "প্ৰণৱ" নাদিত হল আৰু এই প্ৰণৱৰ পৰাই স্বৰ আৰু ব্যঞ্জনবৰ্ণ আদি প্ৰকাশ পালে। সেই বৰ্ণৰ সহায়ত তেওঁ যি শব্দসমূহ উচ্চাৰণ কৰিলে সেয়েই বেদ বিদ্যা। এই নাদব্ৰহ্মই আকৌ সপ্তভাগে বিভক্ত হৈ সেই মোহন বংশীৰ সপ্তৰন্ধ্ৰে দি সপ্তস্বৰ আৰু সপ্তব্ৰহ্ম ৰূপে উদাত্ত, অনুদাত্ত আৰু স্বৰীৰত মাধ্যমেৰে—"হৰিৰ অধৰে ফুঙ্কে পুৰুষ চৈতন্য" হৈ জীৱজগতক সচেতন কৰায়।

শ্ৰীমন্ত মাধৱদেৱে বৰগীতৰ সুৰেৰে ইয়াৰ আখ্যা দিছে—

হৰিৰ বংশীৰ ভাই শুনিয়ো কাৰণ।
যিহেতু বংশীৰ সৰে মোহে ত্ৰিভুবন॥
নিজ বংশী ভৈল মূল প্ৰকৃতি প্ৰথম।
সাতগুটি ৰন্ধ্ৰে সাত প্ৰকৃতি নিয়ম॥

হৰিৰ অধৰে ফুঙ্কে পুৰুষ চৈতন্য।
জড়বংশী প্ৰকৃতি কৰাৱে সচেতন॥
কোমল আঙ্গুলীচয় ৰন্ধ্ৰে মধ্যে চালি।
বহু ৰসে বাংশীটি বজান্ত বনমালি॥
যিটো নিজ মায়া মোহি আছে চৰাচৰ।
হৰিৰ বাংশীয়ে ত্ৰিভুবন মোহ কৰে॥
এহি হেতু বাংশী নিজ মায়া ভগৱন্ত।
ত্ৰিভুবন মোহি নিৰবধি বজাৱন্ত॥
মোহন বাংশীৰ নিজ কৈলো প্ৰয়োজন।
কহয় মাধৱ মোৰ পতি নাৰায়ণ॥

ইয়াতেই জীৱ সংস্কৃতিৰ বিকাশ ঘটিছে। ইয়াক জানিবলৈ আৰু বুজিবলৈ আত্মানুভূতিৰ নিতান্ত প্ৰয়োজন। আত্মাত অনুভূতি নুপজিলে ইয়াৰ স্বৰূপ বুজা টান। ইয়াৰ বাবে সাধনাৰ প্ৰয়োজন। প্ৰকৃত তত্বজ্ঞানীসকলে ইয়াৰ মাজদিয়েই হৃদয়ৰ আনন্দ লহৰীত ধ্বনি তুলি পৰমানন্দ লাভ কৰে।

আজি আমি যি ঠাইত উপনীত হোৱা হৈছে, এই বৰপেটা ধামতেই দুজনা গুৰু শঙ্কৰ-মাধৱে অসমীয়া সংস্কৃতিৰ পাতনি মেলি অসমীয়া জাতীয় জীৱনৰ সৌধ নিৰ্ম্মাণ কৰি দি গৈছে। ভাষা, সাহিত্য, গীত, পদ, নৃত্য আদিৰ যাৱতীয় সম্ভাৰেৰে অসমীয়া সমাজৰ ভঁৰাল উভৈনদী হৈ ৰৈ আছে। এনে সম্পাদক ৰক্ষণাবেক্ষণা কৰি ইয়াৰ যোগেদি কেনেকৈ উত্তৰোত্তৰ উন্নতি সাধন কৰিব পৰা হয়, তাৰ যত্ন হোৱাটো অতীৱ প্ৰয়োজনীয় কথা। অতি আনন্দৰ কথা যে, অসম সাহিত্য সভাই এই বিষয়ে দৃষ্টি দিছে। আমাৰ আনন্দৰ কথা— আমাৰ উঠি অহা ডেকা শিক্ষিত সমূহেও এই বিষয়ৰ প্ৰতি সচেতন হৈছে। আজি আমাৰ সমাজত নতুন আৰু পুৰণিৰ এটি সংঘাত উপস্থিত হৈছে। ন আৰু পুৰণিৰ সংমিশ্ৰনত কেনেকৈ পৱিত্ৰ সংস্কৃতি গঢ়ি উঠিব পাৰে তাৰ বাবে



আমাৰ পূজনীয় পণ্ডিতমণ্ডলীয়ে পন্থা নিৰ্দ্ধাৰণ কৰি আগুৱাই নিব বুলি সকলোৰে আশা ৰাখিছে। অসমৰ বিভিন্ন দিশত বিভিন্ন জাতি-উপজাতিৰ প্ৰাণত সেই মধুৰ ঝঙ্কাৰ ধ্বনি উদ্ধৃত কৰি এখনি প্ৰেমৰ সমাজ গঢ়ি উঠক— ইয়াকে কামনা ৰখা হৈছে।

একৈশ পুৰুষৰ পূৰ্ব্বতে স্থাপিত হোৱা বৰপেটাধামে আজিকোপতি পৰম্পৰা ৰক্ষা কৰি ইয়াৰ মাজেদি জাতীয় চেতনা জগাই তোলক। তাহানি শুক্লধ্বজ ৰজাৰ আদেশত গুৰুজনাই মথুৰাদাস বুঢ়া আতাক মুখ্যতান্তি কৰি লৈ ছয়কুৰি হাত দীঘল আৰু তিনি কুৰি হাত পুতলৰ যি বৃন্দাবনীয়া কাপোৰ বোৱাই বৈকুণ্ঠধামৰ পট ৰচি ৰাজঘৰত পুৰস্কৃত হৈছিল, এতিয়াও ততোধিককৈ সকলোৰে প্ৰাণত সেই একেডালি সূতাৰ বান্ধোনৰ বান্ধখাই প্ৰত্যেকৰ অন্তৰত দয়া স্নেহ মৰম প্ৰীতি গঢ়ি উঠক—

"মত্তঃ পৰতৰং নান্যৎকিঞ্চিদস্তি ধনঞ্জয়।
ময়ি সৰ্ব্বমিদং প্ৰোতং সূত্ৰে মণিশণা ইব॥

অসমৰ চৌপাশে কলা-কৃষ্টিয়ে আবৃত্ত হৈ মনোৰম অসম গঢ় খাই আছে আৰু বিভিন্ন জাতি-উপজাতিয়ে ইয়াৰ শোভা বৰ্দ্ধন কৰিব। কথা-বতৰা, মাত-কথা, খোজ-কাটল, বেশ-ভূষা, পিন্ধন-উৰণ, হাস্য-লাস্য, গীত-মাত, নাচ-বাগ, আচাৰ-ব্যৱহাৰ, মৰম-প্ৰীতি, দয়া-দাক্ষিণ্য আদি কৰি সকলোখিনি একগোট হৈ অসমীয়া সংস্কৃতিৰ পূৰ্ণবিকাশ ঘটিছে। বিভিন্ন দিশত আমাৰ বহুতো শিল্পীয়ে নিবৰে ইয়াৰ সাধনা কৰি আহিছে। সংসাৰৰ নানা ঘাত-প্ৰতিঘাতৰ মাজেদি এই শিল্পীসমূহে হয়তো আশাতীত ভাৱে আগবাঢ়িব পৰা নাই সচা; পিচে ইয়াৰ বাবে দায়ী কোন? আমাৰ সমাজে ইয়াৰ প্ৰতি বিশেষ দৃষ্টি ৰাখিছে বুলি কব নোৱাৰি। চৰকাৰ-পক্ষ এই বিষয়ত উদাসীনেই। পূৰ্ব্বৰ অসমীয়া সমাজৰ গাঁথনি আজি হেলেকলেকীয়া ৰূপত। গাঁৱৰ বুঢ়াজনে উকি এটি মাৰিলেই ৰাইজ যেনেকৈ উবুৰিখাই পৰাৰ পূৰ্ব্বৰ ব্যৱস্থা আছিল, এতিয়া

সেই ব্যৱস্থা আছে জানো ? পূৰ্ব্বৰ অসমীয়া ভাওনাৰ ৰূপ ক'ত ? ছো-মুখাই ভাওনা ঘৰৰ পৰা অন্তৰ্দ্ধান দিলে। যি ৰাগ দিওঁতে ধুমুহা-ঢেৰেকনি, বতাহ-বৰষুণে ওপোচাই পেলাইছিল, সেই ৰাগৰ প্ৰভাৱ আজি কলৈ গল ? ৰাগৰ ঠাইত আজি বিৰাগে দেখা দিছে। জাতি হিচাবে জীয়াই থাকিবলৈ বাঞ্ছা কৰা জাতিৰপক্ষে এনে লক্ষণ কেতিয়াও হ'ব নোৱাৰে। সমাজৰ সকলোটিয়েই সাধ্যানুসৰি জাতীয় সংস্কৃতিৰ ৰক্ষা আৰু উত্তৰোত্তৰ উন্নতিৰ কাৰণে সাধনা লোৱাটো নিতান্ত উচিত আৰু পবিত্ৰ কৰ্ম্ম। বাস্তৱাদি জগতৰ বতাহে আজি হেঁচা দি সমাজক কোনখিনি পোৱাইগৈ তাক বিজ্ঞ পুৰুষসকলেহে নিৰ্ণয় কৰিব পাৰিব। সাধনাৰ যোগেদিহে আমি থিয় হৈ ৰব পৰা সম্ভৱ। সন্তীয়া কথাই জাতীয় জীৱনক ৰক্ষা কৰিব নোৱাৰে। নানা বিপৰ্য্যয়ৰ মাজেদি যি সকল শিল্পীয়ে সুন্দৰৰ আৰাধনাত নিজক নিয়োজিত কৰি আহিছে, সেইসকল শিল্পী আমাৰ সেৱাৰ থলী। মুখ্যমন্ত্ৰী চলিহাৰ আন্তৰিকতা আৰু কেইগৰাকীমান মুখ্যশিল্পীৰ নেৰানেপেৰা যত্নত যি ষ্টুডিঅ' গৃহ নিৰ্ম্মাণ কাৰ্য্য হবলৈ ধৰিছে, তাৰ দ্বাৰা আমাৰ সংস্কৃতিক উন্নয়ন আৰু সংৰক্ষণৰ দিশত বহুতো সহায়ক হব বুলি মনলৈ আনন্দ আহে। সমাজৰ নেতৃস্থানীয় লোকসকলে জাতীয় সাংস্কৃতিক বিকাশৰ মাজেদি জাতীয় সংহতি ৰক্ষাৰ বাবে সকলো প্ৰকাৰে অৰিহণা যোগওক— ইয়াকে প্ৰাৰ্থনা জনোৱা হৈছে। সমূহৰ সহযোগ আৰু সহায়তাতহে এটা জাতি ঠনধৰি উঠিব পাৰে। স্মৰণাতীতকালৰ পৰা অসমীয়া সমাজৰ যি সৌহাৰ্দ্দ সম্পদ গঢ়ি আহিছিল, সেই সম্পদৰ আজি আমি কিমান অধিকাৰী হ'ব পাৰিছো, ইয়াক দকৈ ভাৱি চোৱা কৰ্ত্তব্য। যদি আমাৰ কোনো কাৰ্য্যই জাতীয় জীৱনৰ বিকাশৰ ক্ষেত্ৰত হেঙাৰ স্বৰূপ হৈ থিয় দিয়ে, তেতিয়া হলে সেই কাৰ্য্যক অলপো কুণ্ঠাবোধ নকৰাকৈ পৰিহাৰ কৰা উচিত।

হে কলামোদী সজ্জনসকল, আপোনাসৱক বহুত সময় আমনি দিয়া হৈছে। আমাৰ আৰু অপেক্ষা কৰি থাকিবৰ সময়



মুঠেই নাই। জগত আজি অতি ক্ষীপ্ৰতাৰে আগবাঢ়ি গৈছে। আমিয়ো সেইদৰে আগুৱাই যাব নোৱাৰিলে কিমান পিচপৰি যোৱা হ'ব তাক ঠাৱৰাব নোৱাৰি। সময়ে কালৈকো প্ৰতীক্ষা নকৰে। গতিকে আমি সকলোৱে যদি ঐকান্তিকতাৰে সৈতে জাতীয় সংস্কৃতিৰ বিকাশৰ ক্ষেত্ৰত দেহ-প্ৰাণ দি যত্ন কৰোহঁক, তেতিয়া হলে আমাৰ ভৱিষ্যত নিশ্চয় সুন্দৰ ৰূপে গঢ় লৈ উঠিব।

যি জন পৰম পুৰুষত জগতৰ সৃষ্টি হৈছে, জগতৰ অণু-পৰমাণুলৈকে যি জন ব্যাপ্ত হৈ আছে, যাৰ কটাক্ষত জগতৰ সৃষ্টি-স্থিতি-প্ৰলয় ঘটিছে আৰু যি জনেই জগতৰ আত্মা, সেই পৰম পুৰুষৰ কৃপা আমাৰ শিৰত বৰ্ষিত হওক।

"কিনো অপৰাধ কৰি আছো হৰি
মাধৱ বান্ধৱ প্ৰাণ।
নাম ধৰি ডাকো হিয়াত থাকিয়া
কেনে নেদা সমিধান॥"

শ্ৰীগহনচন্দ্ৰ গোস্বামী

—সেৱাহে—

# অসম সাহিত্য সভাৰ ষটত্রিংশ অধিবেশন

**এটি সমীক্ষা**

অণু বৰুৱা

"অসমৰ কাশীপুৰী দ্বাৰকা মথুৰা পুৰী
অসমৰ বৰপেটা ধাম,
চাই যোৱা বাটৰুৱা পৰাণ জুৰাই যোৱা
শুনি যোৱা হৰিগুণ নাম।"

হৰিনাম ৰসেৰে আপ্লুত সত্বশুদ্ধ বিমলকান্তিৰ আধাৰ স্বৰূপ শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ পবিত্ৰ স্মৃতিৰেণুৰঞ্জিত আৰু অসমৰ প্ৰাচীন গৌৰৱ আৰু ঐতিহ্যমণ্ডিত বৰপেটাধামত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ ষটত্রিংশ অধিবেশনত উপস্থিত থকাৰ সৌভাগ্য হৈছিল। দুখৰ কথা, ইয়াৰ আগতে অনুষ্ঠিত হোৱা কোনো এখন সাহিত্য সভাৰ অধিবেশনত উপস্থিত থকাৰ সৌভাগ্য মোৰ হোৱা নাছিল। সেয়েহে বৰপেটাত অনুষ্ঠিত হোৱা অধিবেশনলৈ যাম বুলি মনটো আগৰে পৰাই উৎকলীকৃত হৈ পৰিছিল। সেই উৎকলীকৃত মনটো লৈ ছয় ফেব্ৰুৱাৰী তাৰিখে সন্ধিয়া বৰপেটা চহৰত অৱতীৰ্ণ হলোগৈ। ভক্তিৰসাপ্লুত বৰপেটা চহৰৰ আলিয়ে-পদূলিয়ে ৰাইজৰ উদুলি-মুদুলি, মঞ্চসজ্জা আদি কামৰ ব্যস্ততাই চহৰখনক এক উৎসৱমুখৰ পৰিৱেশলৈ পৰিণত কৰা দেখিবলৈ পাইছিলো। ওচৰ-পাজৰৰ ঠাইৰ পৰা দৰ্শকসকল, সাহিত্য সভাৰ প্ৰতিনিধিমণ্ডলী বৰপেটা চহৰলৈ অহা সেইদিনাৰ পৰাই আৰম্ভ হৈছিল। যিপিনেই চকু গৈছিল সেইপিনেই মানুহৰ সোঁত দেখিবলৈ পাইছিলো। বৰপেটাৰ কীৰ্ত্তনঘৰলৈও গৈছিলো। তাতো একেধৰণৰ জনসমাগম। কীৰ্ত্তনঘৰ



দৰ্শন উদ্দেশ্য হলেও, এই জনসমাগমৰ ঘাই আকৰ্ষণ আছিল গুৰু-দুজনাৰ নিজহাতে লেখা পুথি দুখন আৰু নৰনাৰায়ণ ৰজাৰ ৰাজত্বকালত প্ৰস্তুত কৰা ৰূপৰ মুদ্ৰা, হৰিবল্লভ টকা দুটা আদি সেৰাৰ সামগ্ৰী সমূহ। সাধাৰণতে এইখিনি বস্তু মুকলিত থোৱা নহয়।

সাত ফেব্ৰুৱাৰীৰ দিনা চলপুৱাতে শোৱাপাটীৰ পৰাই ৰিণিকি ৰিণিকি বতাহত ওপঙি অহা বৰগীতৰ সুমধুৰ সুৰ শুনিবলৈ পালো;

"পাৱে পৰি হৰি, কৰোহো কাতৰি, প্ৰাণ ৰাখবি মোৰ।
বিষয় বিষধৰ, বিষে জৰজৰ, জীৱন নাৰহে আৰ॥
অথিৰ ধনজন, অথিৰ জীৱন, অথিৰ এহু সংসাৰ।
পুত্ৰ পৰিবাৰ, সবহি অসাৰ, কৰবো কা হেৰি সাৰ॥"

সেই সুমধুৰ সুৰে দেহ আৰু মনৰ আড়ষ্টতা নোহোৱা কৰিলে। ততালিকে শোৱাপাটী এৰিলো। গা-পা ধুই আঁঠবজাৰ পতাকা উত্তোলন উৎসৱত উপস্থিত হবলৈ সাজু হলো। সকতে শিকা বৰগীতৰ এটা কলি মোৰ মনত বাৰে বাৰে ভুমুকি মাৰিবলৈ ধৰিলে;

"মোক দেখ না কেন ওহে জগন্নাথ, মই বৰ পাপেৰ পাপী।
সংসাৰ কূপত পৰিয়া তোমাৰ, চৰণে নধৰো চাপি॥" আকৌ
তোমাৰ অভয় চৰণে শৰণ বিনে নাহি গতি।
তুমি দয়াময় জানিয়া কহয় মাধৱ মূৰুখমতি॥"

কুঁৱলিয়ে ধোৱা চিকুণ পুৱাত মাঘমহীয়া মিঠা কোমল ৰ'দ-জাকৰ সোৱাদ লৈ আমি "শ্ৰীশঙ্কৰক্ষেত্ৰ"ত উপস্থিত হলোগৈ। "চিৰ চেনেহী ভাষা জননী" বাণীবদ্ধ পতাকা-উত্তোলন মুহূৰ্ত্তত সেই ৰাতিপুৱা বেলিকাও অগণন জনতাৰ ভিৰ হৈছিল। মানুহক লগ পোৱাৰ, মানুহৰ লগত চা-চিনাকি হোৱাৰ এয়ে সুবৰ্ণ সুযোগ। এনে এটা সুযোগ পাই চা-চিনাকি হোৱাৰ মানসৰেই মানুহৰ মাজে মাজে এখোজ-দুখোজকৈ আগবাঢ়িলোঁ। বহুতো ন-পুৰণি, চিনাকি-অচিনাকি মানুহৰ লগত চা-চিনাকি হবলৈ পাই, দেখা-সাক্ষাৎ হবলৈ

পাই ভাল লাগিল। শ্ৰীশঙ্কৰক্ষেত্ৰৰ পবিত্ৰভূমিত সমবেত হোৱা ৰাইজৰ প্ৰতিখন মুখতে প্ৰতিফলিত হোৱা আশা আৰু উদ্দীপনাৰ ছাই মনত মোৰ এক অভূতপূৰ্ব্ব মাদকতা প্ৰদান কৰিছিল। মনটো উদ্বেলিত হৈ পৰিছিল।

এহেজাৰ তামোলৰ খুটাৰে সজা প্ৰকাণ্ড সভামণ্ডপটোৰে, দুজন সাহিত্যজগতৰ বৰেণ্যব্যক্তি ডঃ বাণীকান্ত কাকতি আৰু অম্বিকাগিৰি ৰায়চৌধুৰীৰ নামেৰে নিৰ্ম্মাণ কৰা শ্ৰীশঙ্কৰক্ষেত্ৰৰ মূল তোৰণ দুখনে যি কোনো দৰ্শকৰে মনত সাঁচ নবহুৱাকৈ নাথাকে। স্থানীয় ৰাইজৰ কলাসুলভ সূক্ষ্ম অনুভূতি এই তোৰণ দুখনৰ নিৰ্ম্মাণ কাৰ্য্যত জ্বলন্তভাৱে পৰিস্ফুট হৈছিল। ইয়াৰোপৰি বাইশখন হাটীত নিৰ্ম্মাণ কৰা বিভিন্ন আৰ্হিৰ বাইশখন তোৰণে বৰপেটাৰ ৰাইজৰ কলাসুলভ অনুভূতিৰ পৰিচয় ফৰিংফুটা কৰি তুলিছিল। বিভিন্ন কাৰুকাৰ্য্য সম্বলিত বাইশখন তোৰণৰ প্ৰত্যেকখনেই মনোগ্ৰাহী হৈছিল। বিশেষকৈ ভাল লাগিল কেৱল বাঁহেৰে নিৰ্ম্মাণ কৰা প্ৰকাণ্ড শৰাইখন আৰু কুমাৰমাটিৰ মাটিৰ কলহেৰে সজা তোৰণখন। শঙ্কৰীকলাৰ নিদৰ্শন ঢোল-খোল-মৃদঙ্গৰ প্ৰতিকৃতিৰে নিৰ্ম্মাণ কৰা তোৰণখনো চালে চকুৰোৱা। প্ৰায়বিলাক তোৰণকে স্বনামধন্য সাহিত্যিক, সমাজসেৱক, দেশসেৱকৰ নামত নামাঙ্কিত কৰা হৈছিল। মুঠতে কলা-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ বৰপেটা চহৰে স্বকীয় গুণাৱলী প্ৰদৰ্শন কৰাত অকণো কাৰ্পণ্য কৰা নাছিল।

পতাকা উত্তোলনৰ পিচত প্ৰদৰ্শনী উদ্বোধন কৰা হয়। শ্ৰীশঙ্কৰক্ষেত্ৰৰ প্ৰকাণ্ড সভামণ্ডপটোৰ গাতে লগা প্ৰায় সত্তৰখন আটকধুনীয়া ষ্টলেৰে সুশোভিত এই প্ৰদৰ্শনীখন মুকলি কৰিছিল গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডঃ মথুৰানাথ গোস্বামীয়ে। এই প্ৰদৰ্শনীত প্ৰদৰ্শন কৰা হাউলি নৰ্ম্মাল স্কুলৰ দ্বাৰা নিৰ্ম্মিত বৰপেটা চহৰৰ আৰ্হিটোৱে সোণত সুৱগা চৰাইছিল। প্ৰদৰ্শনী মুকলি কৰাৰ লগে লগে শ্ৰীশঙ্কৰক্ষেত্ৰৰ সভাথলী এক জনসমুদ্ৰলৈ ৰূপান্তৰিত হৈছিল।



জনতাৰ মাজৰে এজনে মন্তব্য কৰা শুনিছিলোঁ: "বৰপেটা চহৰত এনেদৰে আগতে জনসমাগম হোৱা দেখা নাছিলোঁ। দৌলযাত্ৰাৰ সময়ত মানুহ হয়; কিন্তু এনে জনতাৰ ভিৰ কেতিয়াও হোৱা নাছিল।" মানুহজনৰ মন্তব্যষাৰ কাণপাতি শুনিছিলোঁ। মোৰ নিজৰ কাৰণেও আছিল ই এক অবিস্মৰণীয় অভিজ্ঞতা।

মূল সভাৰ সভাপতি 'বকুলবন'ৰ কবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাদেৱক বৰপেটাৰ কীৰ্ত্তনঘৰৰ পৰা শোভাযাত্ৰা কৰি অনা হৈছিল। ঢোলে-দগৰে বৰপেটাৰ ঘাই আলিয়েদি আগবাঢ়ি সুন্দৰকৈ সজোৱা নাৱত উঠি সভাপতি অহা দৃশ্যটো অভূতপূৰ্ব্ব হৈছিল। সভাপতিক সভামণ্ডপলৈ তিনিজন স্বেচ্ছাসেৱকে আগবঢ়াই অনা মুহূৰ্ত্তত আইসকলৰ উৰুলিধ্বনি আৰু বৰটোপৰ ধ্বনিয়ে সেই উৎসৱমুখৰ পৰিৱেশক অভূতপূৰ্ব্ব মাদকতা প্ৰদান কৰিছিল। সেই মুহূৰ্ত্তত উপস্থিত থকা অগণন ৰাইজৰ মনত যে এই দৃশ্যই আলোড়নৰ সৃষ্টি কৰিছিল, সন্দেহ নাই। মূল অধিৱেশনখন উদ্বোধন কৰিছিল অসমৰ ৰাজ্যপাল বি, কে, নেহৰুৱে। এইজনাৰ উদ্বোধনী ভাষণটো ভাৰতীয় ভাষা এটাত দিয়াটো উল্লেখনীয়। মূল সভাৰ সভাপতি 'বকুলবন'ৰ কবি শ্ৰীআনন্দচন্দ্ৰ বৰুৱাদেৱে স্বভাৱসুলভ উদাৰতা আৰু গাম্ভীৰ্য্যতাৰে সকলোকে মাতৃজাতি, মাতৃভাষা আৰু মাতৃভূমিৰ সেৱাকাৰ্য্যত ব্ৰতী হবলৈ আহ্বান জনায়। ভাষণৰ প্ৰাৰম্ভণিতে পূৰ্ব্বাপৰ ৰীতিমতে সকাম-নিকামত গোটখোৱা অতিথিৰ আগত দায়-দোষ নধৰিবলৈ "প্ৰভুসকল" বুলি গৃহস্থই আঁঠু লোৱা দৰে, বৰুৱাডাঙৰীয়ায়ো সমবেত ৰাইজৰ আগত শ্ৰদ্ধাৰে নমস্কাৰ জ্ঞাপন কৰে।

ভাষণ প্ৰসঙ্গত বৰুৱাডাঙৰীয়াই সমবেত ৰাইজক আহ্বান জনায়: "আহক, আজি মাহাত্মাগান্ধীৰ জন্ম শত বাৰ্ষিকীৰ বছৰ এই ১৯৬৯ চনৰ আৰম্ভণিৰ পৰাই আমি সকলো বিভেদ পাহৰি সমবেত হওঁ আমাৰ গৌৰৱধ্বজাৰ তলত।" এইজনাই ভাষণৰ অন্তত আকৌ কয়: "আমাৰ এই জন্মভূমিখণ্ডত ৰাজনৈতিক, সামাজিক

আৰু অন্যান্য ক্ষেত্ৰত বিৰোধ, বিসম্বাদ আদি উপচি পৰিছে।" চিন্তাশীল কল্যাণকামী লেখক, কাকতৰ সম্পাদক আৰু দেশনায়কসকলে এই বিভেদ বিসম্বাদবোৰ দূৰীভূত কৰি গোৱালপাৰাৰ পৰা শদিয়ালৈকে সমগ্ৰ অসমখন বিভেদহীন এটা গোটত পৰিণত কৰিবলৈ দেহেকেহে লাগিবলৈ সভাপতি বৰুৱাদেৱে আহ্বান জনায়।

সেইদিনাই অনুষ্ঠিত হৈছিল কবি সন্মিলন। অসমৰ খ্যাতনামা কবি বিদুষী সাহিত্যিকা শ্ৰীযুতা নলিনীবালা দেৱীয়ে এই সন্মিলনৰ পৌৰহিত্য কৰিছিল। বৰপেটাতে জন্ম গ্ৰহণ কৰা এইগৰাকী মহিলা কবিয়ে শ্ৰীশঙ্কৰক্ষেত্ৰৰ পুণ্যভূমিত ৰাইজৰ আগত উপস্থিত থাকিবলৈ পাই আন্তৰিক ধন্যবাদ জ্ঞাপন কৰি এটি বহুমূলীয়া ভাষণ পাঠ কৰে। অলপতে সাহিত্য একাডেমীৰ দ্বাৰা পুৰস্কৃত এইগৰাকী মহিলা কবিক লৈ সমূহ অসমৰ ৰাইজৰ দৰে বৰপেটাৰ ৰাইজ যে গৌৰৱান্বিত হব, সেই বিষয়ে সন্দেহ নাই।

সন্ধিয়া বেলিকা সাংস্কৃতিক সভা উদ্বোধন কৰিছিল শ্ৰীগহন চন্দ্ৰ গোস্বামীদেৱে। সামাজিক, সাংস্কৃতিক আৰু ধাৰ্ম্মিক জীৱনলৈ বৰঙণি যোগোৱা এই বৰপেটাধাম কলা-সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ। গোকুল পাঠকে কবৰ দৰে, "সত্ব, শুদ্ধ, বিমলজ্যোতিৰ আধাৰ জগৎগুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱৰ লীলাখেলাৰ স্থল বৰপেটাধাম অকল অসমৰে নহয়, সমস্ত ভাৰতবৰ্ষৰ ভিতৰত সাংস্কৃতিক আৰু আধ্যাত্মিক ভাৱধাৰাৰ মুখ্যস্থান বুলি কলে বঢ়াই কোৱা নহয়।" সেইদিনা সন্ধিয়া অনুষ্ঠিত হোৱা প্ৰত্যেকটো কাৰ্য্যক্ৰমণিকাই বৰপেটাৰ ঐতিহ্যপূৰ্ণ কলা-সংস্কৃতিৰ কথা সোঁৱৰায়। ধানখেৰ পাৰি কোমল কৰি দিয়া আসনত বহি মাঘমহীয়া জাৰকো আওকাণ কৰি ওৰেৰাতি উজাগৰে থাকি "বেউলা নাট" উপভোগ কৰা দৰ্শকসকলক দেখি কলা-সংস্কৃতিৰ প্ৰতি অভূতপূৰ্ব্ব ধাউতি থকা ৰাইজৰ কথা দকৈ ভাৱিছিলোঁ।



এইখিনিতে স্বেচ্ছাসেৱকসকলৰ কৰ্ম্মপটুতাৰ কথা নকৈ নোৱাৰি। এই স্বেচ্ছাসেৱকসকলৰ ভিতৰত স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰী থকাৰ উপৰিও স্কুলৰ শিক্ষক-শিক্ষয়িত্ৰীও আছিল। সভামণ্ডপত ৰাইজক বহুওৱা, প্ৰতিনিধি শিৱিৰৰ সকলো সা-সুবিধাৰ প্ৰতি দৃষ্টি ৰখা, আহাৰ-গৃহত সকলোকে অকণোকে আৰ নলগাকৈ খুওৱা-বুওৱা আদি কামত, স্বচ্ছাসেৱকসকলৰ কৰ্ম্মপটুতা, তৎপৰতাৰ কথা সমবেত ৰাইজে সদায় সুঁৱৰিব। শৃঙ্খলা ৰাখিবলৈ স্বেচ্ছাসেৱকসকলক বিভিন্ন বাহিনীত ভাগ কৰি দি প্ৰত্যেককে "বেজ" দিয়া হৈছিল। মহিলা স্বেচ্ছাসেৱিকাসকলৰ বাহিনীক জয়া, মুলাগাভৰু, ভোগেশ্বৰী, কনকলতা, আজলীতৰা আদি নামেৰে বিভূষিতা কৰা হৈছিল। পুৰুষ স্বেচ্ছাসেৱকসকলৰ ভিতৰত নবীন, ডেকাগিৰি, লাচিত আদি বাহিনী আছিল। এইদৰে ভাগ কৰি দিয়াৰ উপৰিও তেওঁলোকৰ কাৰ্য্য-সূচীৰ সময়ো নিৰ্দ্ধাৰণ কৰি দিয়া হৈছিল। এই ব্যৱস্থা লোৱাৰ পৰা স্বেচ্ছাসেৱকসকল ইমান কামৰ মাজতো ভাগৰি পৰা নাছিল। তেওঁলোকে কৰ্ম্মস্পৃহাও হেৰুওৱা নাছিল।

বৰপেটা ভোগালি ঠাই সকলোৱে কয়। প্ৰত্যেক ঠাইৰে একোটা বিশেষত্ব আছে। বৰপেটাৰো আঠা দৈ, ক্ৰীম, বৰ বৰ কাৰৈমাছৰ কথা সৰুৰে পৰা শুনিছিলোঁ। আনবোৰ ঠাইৰ বিশেষ বস্তুবোৰ আজি যি কোনো কাৰণতে নহওক হ্ৰাসপ্ৰাপ্ত হৈছে। এই ক্ষেত্ৰত বৰপেটা ব্যতিক্ৰম। বৰপেটাৰ অভ্যৰ্থনা সমিতিয়ে সুপৰিকল্পিত আঁচনি লৈ এই সকলোবোৰ খাদ্যসামগ্ৰী যোগাৰ কৰি ৰাইজক খুৱালে। আহাৰ-গৃহৰ তত্বাৱধায়ক এজনৰ মতে, একে সাজতে আহাৰ-গৃহত আঢ়ৈহাজাৰ মানুহে ভাত খাইছিল। মুল সভাৰ দিনা হেনো তিনিহাজাৰো অধিক মানুহে আহাৰ খাইছিল। সেই আহাৰ-গৃহত সেই তিনিদিন আহাৰ কৰা প্ৰতিনিধিসকলৰ কথা নকওঁৱেই, এসাজ খাই অহা মানুহেও খাদ্যসম্ভাৰৰ কথা বহুত দিনলৈ সুঁৱৰিব। খাদ্যসামগ্ৰী যোগাৰ হোৱাৰ উপৰিও ইয়াৰ সুস্বাদু ৰন্ধনপ্ৰকৰণৰ বাবে

কৈঠালকুছিৰ ৰান্ধনীকেইজনৰ কথা মানুহে নশলাগি থাকিব নোৱাৰে।

এই সকলোবোৰৰ মূলতে এজন কৰ্ম্মপ্ৰাণ পুৰুষৰ কথা আমি কবই লাগিব। সেইজন হৈছে অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীমহেন্দ্ৰ মোহন চৌধুৰী। আদিৰে পৰা অন্তলৈকে এইজন মানুহে কেনেকৈ নিয়াৰিকৈ গোটেইখিনি কাম চলাই নিলে, নেদেখিলে কল্পনা কৰিব নোৱাৰি। বৰ্ণনা কৰাও সম্ভৱ নহয়। মানুহজনৰ এটা কথা মন কৰিবলগীয়া। মন্ত্ৰীত্বৰ ভেম নাৰাখি বৰপেটাৰ এজন সাধাৰণ নাগৰিক হিচাবে কেনেকৈ নিয়াৰিকৈ কামফেৰা সমাধা কৰিব পাৰি, তাৰ বাবে সকলো সময়তে মানুহজন যত্নপৰ হৈছিল। সেইকাৰণেই দেখিছিলোঁ, সময়ে সময়ে কোলাহলমুখৰ জনতাৰ মাজত সোমাই জনতাক নিয়ন্ত্ৰণ কৰাত ব্যস্ত হৈ পৰিছিল। সময়ত খোৱা-বোৱাৰ তদাৰক কৰিছিল, সময়ে সময়ে প্ৰত্যেকজন অতিথিৰ ব্যক্তিগত সা-সুবিধাৰ প্ৰতিও লক্ষ্য ৰাখিছিল। সমূহ বৰপেটাবাসীৰ অতিথিপৰায়ণতাৰ লগতে এইজন পুৰুষৰ অতিথিপৰায়ণতাৰ কথা সমবেত ৰাইজে শ্ৰদ্ধাৰে সুঁৱৰিব যে সন্দেহ নাই।

সভাৰ দ্বিতীয় দিনৰ আকৰ্ষণ আছিল সাম্প্ৰতিক কবিতা সম্পৰ্কে আলোচনাচক্ৰখন। এই সভাত নিমন্ত্ৰিত চাৰিজন বিশিষ্ট কবি অনুপস্থিত থকা সত্বেও সভাৰ মানদণ্ড কোনোগুণে নিম্নগামী হোৱা নাছিল। আলোচনাচক্ৰত সভাপতিত্ব কৰা অধ্যক্ষ মহেন্দ্ৰ বৰাই নিজৰ স্বভাৱসুলভ গাম্ভীৰ্য্যতাৰে সভাৰ কাম নিয়াৰিকৈ চলাইছিল। অধ্যক্ষ বৰাই সভাপতিৰ বহুমূলীয়া ভাষণত বহুতো তাৎপৰ্য্যপূৰ্ণ কথা কয়। বৰাডাঙৰীয়াই আশা কৰে, ভৱিষ্যতে শ্ৰেষ্ঠ গল্প, কালজয়ী উপন্যাস আৰু মহৎ কবিতাৰে আমাৰ সাহিত্য ভঁৰাল উপচি পৰিব। সেইদিনা দুপৰীয়া বহা মূল সভাখনো আগদিনাৰ দৰে গাম্ভীৰ্য্যপূৰ্ণ হয়। উল্লেখযোগ্য শ্ৰীবিনন্দ বৰুৱা, শ্ৰীযুতা নলিনীবালা দেৱী, শ্ৰীনীলমণি ফুকন, শ্ৰীঅতুলচন্দ্ৰ হাজৰীকা, শ্ৰীপ্ৰসন্নলাল চৌধুৰী, শ্ৰীবেণুধৰ শৰ্ম্মা আদি বিশিষ্ট ব্যক্তিৰ উপস্থিতিয়ে দুয়োদিনাই সভাৰ



গাম্ভীৰ্য্য দুগুণে বঢ়াই তুলিছিল। দ্বিতীয় দিনা সাংস্কৃতিক সভা উদ্বোধন কৰিছিল শ্ৰীহেম বৰুৱাই। এই সভা উদ্বোধন কৰি বৰুৱাই এখনি চমু অথচ গুৰুত্বপূৰ্ণ ভাষণ পাঠ কৰিছিল। এই ভাষণত ভাৰতৰ সংস্কৃতি, সহযোগী প্ৰচেষ্টা আৰু বৰ্ত্তমান দেখা দিয়া আদৰ্শৰ সংঘাত আদিৰ বিষয়ে উদ্বোধকে উল্লেখ কৰিছিল। সেইদিনা সাংস্কৃতিক সন্ধিয়াৰ বিভিন্ন অনুষ্ঠানে দাঙি ধৰা নৃত্য-গীতে মানুহক স্তব্ধ কৰি ৰাখিছিল। এই সন্ধিয়াৰ থিয়নাম, ওজাপালী—দোয়োটা বস্তুকে দৰ্শকে নিবিড়ভাৱে উপভোগ কৰিছিল।

দুয়োদিনা সন্ধিয়াৰ লগে লগে আকাশলৈ নিক্ষেপ কৰা বিভিন্ন ধৰণৰ ফানুচ্ আৰু ফট্‌কাই লাখ লাখ জনতাক আকৰ্ষণ কৰিছিল। তাহানি গুৱাহাটীত সৰস্বতী গোসাঁনী উটুৱাবৰ দিনা শ্ৰীক্ষীৰদা বিষয়াই কলিকতাৰ পৰা আনি জ্বলোৱা ফটকা দেখি তবধ মানিছিলোঁ। তাতোকৈ উৎকৃষ্ট ফানুচ্ আৰু ফট্‌কা বৰপেটাত দেখি স্তম্ভিত নহৈ নোৱাৰিলোঁ। আচৰিত হৈছিলো, যেতিয়া জানিব পাৰিলো এই সকলোবোৰ ফানুচ্ আৰু ফট্‌কা বৰপেটাতে তৈয়াৰ হোৱা বুলি। মোৰ উপলব্ধি হল, বৰপেটা চহৰৰ সুকীয়া এক বৈশিষ্ট্য আছে, যি বৈশিষ্ট্য আমাৰ খুব কম চহৰৰে আছে।

এটা কথা উল্লেখ নকৰিলে লেখাখিনি অসম্পূৰ্ণ হৈ থাকিব। বৰপেটাৰ মাটিত ভৰি দিয়েই এটা কথা বৰকৈ উপলব্ধি কৰিছিলোঁ, সেইটো হৈছে বৰপেটাবাসী ৰাইজৰ একতাবোধ। এই একতাবোধ পৰিলক্ষিত হৈছিল, যেতিয়া দেখিছিলো সমূহ বৰপেটাবাসীয়ে এই সাহিত্য সভাৰ কামখিনি নিজৰ ঘৰুৱা কাম বুলি সাফল্যমণ্ডিত কৰিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল।

এই কথাটো মোৰ মনত খেলাইছিল যেতিয়া দেখিছিলো হাটীয়ে হাটীয়ে সজা তোৰণসমূহ, ঘৰে ঘৰে দীপান্বিতাত জ্বলোৱাৰ দৰে জ্বলোৱা চাকিবোৰ আৰু ৰঙা-নীলা কাগজৰ ফুলেৰে সজোৱা দোকানবোৰ। আনকি প্ৰত্যেকঘৰ মানুহে ঘৰত চূণ-তেল দিও জাক-

জমক কৰি তুলিছিল। মুঠতে বৰপেটাবাসী ৰাইজে যিদৰে সাহিত্য সভাৰ অধিবেশনখন উৎসৱ বুলি ললে, সেইদৰে সেই উৎসৱ সফলতাৰে পালনো কৰিলে।

এইখিনিতে প্ৰশ্ন হয়, সাহিত্য সভাৰ অধিবেশন উৎসৱমুখৰ হোৱা উচিত নে অনুচিত? এইষাৰ কথা লৈ মানসিক সংঘাত হোৱাটো অনুচিত। সাহিত্যিকে সাহিত্য-চৰ্চ্চা কৰিব। সাহিত্যিকে যদি সাহিত্য চৰ্চ্চা নকৰে, তাৰবাবে জগৰীয়া অধিবেশন উৎসৱমুখৰ কৰোতাসকল হব নোৱাৰে। সাহিত্য সভাৰ অধিবেশনে সাহিত্যৰ দিক্ নিৰ্ণয় কৰে। এই উদ্দেশ্য সফলকাম কৰাৰ ক্ষেত্ৰত বৰপেটাৰ অধিবেশন কিমান দূৰ সফল হৈছে, সেইকথা নিৰ্ণয় কৰিব ভৱিষ্যতে।

সাহিত্য সভাৰ এই অধিবেশনখনত অৱশ্যে এটা কথা স্পষ্ট হৈ পৰিছিল। সেইষাৰ হৈছে অসমীয়া ভাষা সাহিত্য-সংস্কৃতিৰ প্ৰতি ৰাইজৰ অভূতপূৰ্ব্ব প্ৰীতি। পতাকা উত্তোলন কৰোতে ডক্টৰ মহেশ্বৰ নেওগে কবৰ দৰে, সংস্কৃতিৰ অন্তৰালত ধৰ্ম্মৰ বান্ধোন আছে যদিও অসমীয়া সংস্কৃতিৰ ক্ষেত্ৰত নানা জাতিপুঞ্জৰ সংস্কৃতিগত বৰঙণিৰ ই সমষ্টিহে। বুৰঞ্জী শাখাৰ সভাপতি শ্ৰীলক্ষী প্ৰসাদ দত্তৰ ভাষণত এইষাৰ কথা স্পষ্ট হোৱাৰ দৰে দ্বিতীয় দিনাৰ সাংস্কৃতিক সন্মিলনৰ উদ্বোধকৰ ভাষণতো এই বুৰঞ্জীগত সত্যফাঁকি অধিকভাৱে স্পষ্ট হৈ পৰিছিল। এই ভাষণখনৰ পৰা কেইটামান শাৰী উদ্ধৃত কৰিলোঁ: "অসমৰ সংস্কৃতি কেৱল বৈষ্ণৱ সংস্কৃতিয়েই নহয়। আমাৰ এই অসমভূমি নানান জাতিপুঞ্জৰ মিলনভূমি। থোৰতে ক'বলৈ গলে, নানান জাতিপুঞ্জৰ সংস্কৃতি আৰু জীৱন পদ্ধতিৰে বুটাতোলা এইখন এখন মনোৰম দলিচা।"

সাহিত্য সভাৰ অধিবেশন উপলক্ষে জাতিবৰ্ণ, সম্প্ৰদায়, গোষ্ঠী নিৰ্ব্বিশেষে সমবেত হোৱা জনতাৰ সাগৰখন দেখি এইষাৰ কথাই মনৰ দিগন্তত বাৰে বাৰে ভুমুকি মাৰিছিল। ভাৰতৰ ভাষা-সংস্কৃতিলৈ মুছলীম সমাজৰ যেনেকৈ বৰঙণি অভূতপূৰ্ব্ব, তেনেকৈ অসমীয়া



ভাষা-সংস্কৃতিলৈ আমাৰ জনজাতীয় সমাজৰ বৰঙণিও অভূতপূৰ্ব্ব। এইষাৰ কথা পাহৰিলে আমাৰ সংস্কৃতিৰ সমূহীয়া বুৰঞ্জীৰ প্ৰতি অবিচাৰ কৰা হব। বৰপেটাৰ অধিবেশনখনত এইষাৰ কথা পাহৰিবলৈ কোনেও সুযোগ পোৱা নাছিল, ডাঙৰ কথা সেইটোৱেই।

# অসম সাহিত্য সভা
## প্ৰধান সম্পাদকৰ প্ৰতিবেদন,
### ৩৬শ অধিবেশন : বৰপেটা

অসমৰ সাংস্কৃতিক জগতৰ স্নায়ুকেন্দ্ৰ পবিত্ৰধাম বৰপেটাত শ্ৰীশঙ্কৰক্ষেত্ৰত অনুষ্ঠিত হোৱা অসম সাহিত্য সভাৰ ষটত্ৰিংশ বাৰ্ষিক সন্মিলন উপলক্ষে জয়ে জয়ে অভ্যৰ্থনা সমিতি তথা বৰপেটাবাসী সুধীৰাইজলৈ ওলগ জনাইছোঁ।

মোৰ প্ৰতিবেদনৰ আৰম্ভনিতে সভাপতি শ্ৰীজ্ঞাননাথ বৰা ডাঙৰীয়াৰ স্মৃতিত তৰ্পণ জনাইছোঁ। সভাপতি হিচাবে কাৰ্য্যকাল শেষ নৌ হওতেই যোৱা ৩০ নৱেম্বৰ তাৰিখে অপ্ৰত্যাশিত ভাৱে এইগৰাকী জ্ঞানযোগী পুৰুষৰ তিৰোধান ঘটে। অসমৰ জাতীয় জীৱনত ৺বৰাদেৱৰ প্ৰভুত বৰঙণিৰ কথা দেশে পাহৰিব নোৱাৰিব। সাহিত্য সভাৰ সাময়িক কাৰ্য্যসূচীত তেখেতৰ চিন্তাপ্ৰসূত দিহা-পৰামৰ্শৰ কথা এই মুহূৰ্ত্তত মনত পেলাই গভীৰ বেদনা অনুভৱ কৰিছো। স্বৰ্গীয় বৰাদেৱৰ উপৰিও এই বছৰ অসমমাতৃয়ে কেবাগৰাকী গুণী লোকক হেৰুৱাইছে। অসম সাহিত্য সভাৰ দ্বাৰা অভিনন্দিত দুগৰাকী প্ৰধান সাহিত্যিক ৺মহাদেৱ শৰ্ম্মা আৰু ৺শৈলধৰ ৰাজখোৱা, বুৰঞ্জী শাখাৰ প্ৰাক্তন সভাপতি ৺সৰ্ব্বানন্দ ৰাজকুমাৰ, প্ৰবীণ সাহিত্যিক ৺অম্বিকানাথ বৰা, সাহিত্য সভাৰ লগত নিবিড়ভাৱে জড়িত ব্ৰজেন্দ্ৰ চন্দ্ৰ বৰপূজাৰী, সুৰেন্দ্ৰমোহন দাস, অন্নদা দেৱী বৰকটকী, ডাঃ যতীন্দ্ৰ ৰাম খাউণ্ড, আজীৱন সভ্য হৰিহৰ চৌধুৰী, বিশ্বনাথ দাস।

দেশকৰ্ম্মী হলধৰ ভূঞা, হৰেশ্বৰ গোস্বামী, হেমচন্দ্ৰ হাজৰিকা, নন্দেশ্বৰ চক্ৰৱৰ্ত্তী, বেলিৰাম দাস, প্ৰবীণ আইনজীৱী



দীননাথ মেধি, লীলাৱতী বৰদলৈ, ঘনকান্তি শইকীয়া আদি বহু-গৰাকী গুণীলোকৰ স্মৃতিত আন্তৰিক শ্ৰদ্ধা নিবেদন কৰিছোঁ। সাহিত্যৰথী বেজবৰুৱা শতবাৰ্ষিকীক কেন্দ্ৰ কৰি হাতত লোৱা প্ৰধানতম কাৰ্য্য-সূচীৰে এই বছৰটো হল অসম সাহিত্য সভাৰ বুৰঞ্জীত শত বাৰ্ষিকী বছৰ। শত বাৰ্ষিকীৰ উপৰিও এই বছৰৰ সমস্যাৱলীৰ মাজত পূৰ্ব্বানুৱৰ্ত্তী প্ৰসঙ্গৰ —ৰাজ্যিক তথা আঞ্চলিক ভাষা প্ৰসঙ্গ আৰু ৰাজ্য পুনৰ গঠনৰ প্ৰসঙ্গ বৰ্ত্তমান। যোৱা ৩৫ তম তেজপুৰ অধিবেশনত গৃহীত প্ৰস্তাৱৰ কাৰ্য্যকৰী কৰা সভাৰ সাধাৰণ প্ৰকাশন প্ৰচাৰ আৰু সংগঠন আদি বিষয়ত গুৰুত্ব প্ৰদান। এই সকলো-বিলাক বিষয় গতানুগতিক কাৰ্য্যসূচীৰ ভিতৰুৱা হলেও ইবিলাকৰ অগ্ৰগতি শতবাৰ্ষিকীৰ দৰে বৃহৎ আঁচনিৰ কাৰ্য্যকৰী কৰাৰ মাজতো ব্যাহত হোৱা নাই।

### কাঃ নিঃ সমিতি :

এই বছৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ ৫টি অধিবেশন বহে। ৯।৩।৬৮ যোৰহাট, ২১।৫।৬৮ গুৱাহাটী, ২০।৭।৬৮ গুৱাহাটী, ২১।৯।৬৮ যোৰহাট আৰু ৬।২।৬৯ বৰপেটা। কাঃ নিঃ সমিতিৰ প্ৰথম অধিবেশনতে বেজবৰুৱা শতবাৰ্ষিকী কাৰ্য্যসূচী হাতত লোৱা হয়। ২১।৫।৬৮ তাৰিখে চলিত বছৰৰ বাবে ১,৩৪,৩০৭·৩৫ টকাৰ আয়-ব্যয়ক গ্ৰহণ কৰে।

১০।৩।৬৮ তাৰিখে কাঃ নিঃ সমিতিৰ, বেজবৰুৱা শতবাৰ্ষিকী সমিতিৰ অধিবেশন বহি শতবাৰ্ষিকী আঁচনিত ৩ লাখ ১৬ হাজাৰ টকাৰ আয় - ব্যয়ক গ্ৰহণ কৰে। সেই সমিতিতে শতবাৰ্ষিকী কাৰ্য্যক্ৰম পৰিচালনাৰ কাৰণে সভাপতি, উপ, সভাপতি ডঃ নেওগ, প্ৰধান সম্পাদক তথা শতবাৰ্ষিকী সমিতিৰ সম্পাদক শ্ৰীনেওগ, অধ্যাপক অতুল হাজৰিকা, শ্ৰীগৰাগ চলিহা, শ্ৰীদেৱপ্ৰসাদ বৰুৱা আৰু শ্ৰীযোগেশ দাসক লৈ এখন সমিতি গঠন কৰে। এই সমিতি ইয়াৰ পিচত ৪ বাৰ বহে। বৰ্ত্তমানে বেজবৰুৱা শতবাৰ্ষিকী

সমিতিখনৰ কাৰ্য্যকাল ৩০ এপ্ৰিল পৰ্য্যন্ত নিৰ্দ্দিষ্ট হৈছে ; যিহেতুকে সমিতিৰ সিদ্ধান্তক্ৰমে ২৬ মাৰ্চ্চ শতবাৰ্ষিকী সামৰণি উৎসৱ পালন আৰু ৩১ মাৰ্চ্চৰ ভিতৰত হিচাপ আদি সম্পূৰ্ণ কৰাৰ দায়িত্ব এই সমিতিৰ ওপৰতে নিহিত আছে।

**প্ৰস্তাৱ প্ৰসঙ্গ**

তেজপুৰ সন্মিলনত গৃহীত চাৰিটা প্ৰস্তাৱৰ প্ৰথমটো আছিল, অসমৰ পুনৰ গঠনৰ ওপৰত . এই প্ৰস্তাৱত মেহতা কমিটীৰ অনুমোদনক সমস্যাটিৰ আদৰ্শনীয় সমাধান বুলি মত প্ৰকাশ কৰা হয়।

দ্বিতীয় প্ৰস্তাৱ অনুসৰি যোৱা ২৬ জানুৱাৰী তাৰিখে গুৱাহাটীত সংগঠিত হোৱা সমাজবিৰোধী হিংসাত্মক কাৰ্য্যই অসম সাহিত্য সভা তথা অসমৰ সকলো লোককে উদ্বিগ্ন কৰি তুলিছে আৰু সংস্কৃতি আৰু সংহতিৰ পৰিপন্থী এনে কাৰ্য্যৰ পৰা সম্পূৰ্ণ বিৰত থাকিবলৈ সদৌ অসমবাসী ৰাইজক অনুৰোধ জনোৱা হয়। তৃতীয় প্ৰস্তাৱ যোগে অসম আৰু নগালেণ্ড উচ্চ ন্যায়ালয়ত ৬ মাৰ্চ্চ তাৰিখৰ অধ্যাদেশ প্ৰত্যাহাৰৰ দাবী জনোৱা হয়।

৪ৰ্থ প্ৰস্তাৱ যোগে অসমৰ বিশ্ববিদ্যালয় দুয়োখনত সকলোতে অসমীয়া ভাষাক শিক্ষাদানৰ মাধ্যম কৰাৰ বাবে দাবী জনোৱা হয় আৰু পাঠ্যপুথি প্ৰণয়নৰ ক্ষেত্ৰত চৰকাৰী অনুদান দিবলৈও অনুৰোধ জনোৱা হয়।

প্ৰস্তাৱসমূহ যথাস্থানলৈ পঠোৱাৰ উপৰিও কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰত প্ৰচেষ্টা চলোৱা হয়, লগতে সভাৰ পূৰ্ব্বানুৱৰ্ত্তী দাবী অনুসৰি উচ্চতৰ মাধ্যমিক বিদ্যালয়ত অসমীয়া ভাষাৰ শিক্ষকক সমপৰ্য্যায় দিবৰ বাবে কৰ্ত্তৃপক্ষক দাবী জনোৱা হৈছে ; কিন্তু দুখৰ বিষয় এই বিষয়টিৰ প্ৰতি কৰ্ত্তৃপক্ষ এতিয়াও কোনো সিদ্ধান্তলৈ অহা নাই। শিক্ষাবিভাগৰ পাঠ্যপুথি বিষয়তো আসোঁৱাহসমূহ দূৰ কৰিবলৈ আৰু পাঠ্যপুথি নিৰ্ব্বাচনত সাহিত্য সভাৰ প্ৰতিনিধিত্ব দিবলৈ দাবী জনোৱা হৈছে।



**ৰাজ্য পুনৰ গঠন প্ৰসঙ্গ :**

সাহিত্য সভাৰ গৃহীত প্ৰস্তাৱৰ পিচত মেহতা কমিটীৰ অনুমোদনসমূহো পাৰ্ব্বত্য নেতা সন্মিলনে অগ্ৰাহ্য কৰাত আৰু ইয়াৰ ফলত হোৱা পৰিস্থিতি সভাৰ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ অধিবেশনত বিশদভাৱে আলোচনা কৰা হয়। তেজপুৰ সন্মিলনৰ প্ৰস্তাৱৰ পটভূমিত বিষয়টো আলচ কৰি ২১/৫ তাৰিখৰ কাৰ্য্যনিৰ্ব্বাহকে অসমৰ সংহতি বিনাশকামীসকলৰ প্ৰৰোচনামূলক কাৰ্য্যত আৰু এই ক্ষেত্ৰত হোৱা কেন্দ্ৰীয় চৰকাৰৰ কাৰ্পণ্যত কাঃ নিঃ সমিতিয়ে উদ্বেগ প্ৰকাশ কৰে। বিভেদকামী শক্তিক গভীৰভাৱে ইন্ধন যোগোৱা সকলো প্ৰস্তাৱকে এই সমিতিয়ে গৰ্হিত বিবেচনা কৰে। পুনৰ ভাৰত চৰকাৰৰ ১১ চেপ্টেম্বৰ তাৰিখৰ ঘোষণাৰ পিচত কাঃ নিঃ সমিতিৰ শেহতীয়া ২ /৯ তাৰিখৰ প্ৰস্তাৱযোগে কেন্দ্ৰীয় চৰকাৰক সঁকিয়াই দিয়া হয়। সমিতিয়ে ভাৰত চৰকাৰ, অসম চৰকাৰ তথা বিধানমণ্ডলীক সতৰ্ক কৰি দিবলৈ বিচাৰে যেন এনে কোনো সাংবিধানিক ব্যৱস্থা লোৱা নহয় ; যিহৰ দ্বাৰা অসমৰ সংহতি কোনো প্ৰকাৰে ক্ষুণ্ণ হয় আৰু উত্তৰ-পূব ভাৰতৰ নিৰাপত্তা কোনো প্ৰকাৰে বিপন্ন হৈ নপৰে।

**উচ্চ ন্যায়ালয়ৰ অধ্যাদেশ :**

অসমৰ আদালতসমূহত অসমীয়া ভাষা প্ৰয়োগৰ ক্ষেত্ৰত বাধা আৰোপ কৰা অসম আৰু নগাভূমি উচ্চ ন্যায়ালয়ৰ পঞ্জীয়কৰ ৬ মাৰ্চ্চ তাৰিখৰ অধ্যাদেশ প্ৰত্যাহাৰ কৰিবৰ বাবে সভাই কৰিঅহা দাবীৰ সন্দৰ্ভত উচ্চ ন্যায়ালয়ৰ মুখ্যদণ্ডাধীশ শ্ৰীশৰৎ কুমাৰ দত্তক লগ ধৰা হয়। উক্ত বিবাদমান অধ্যাদেশ ইতিমধ্যে উঠাই লোৱা হৈছে।

**আঞ্চলিক ভাষা শিক্ষাৰ মাধ্যম** প্ৰসঙ্গতো বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষৰ লগত যোগাযোগ কৰা হয়। ইতিমধ্যে দুয়োখন বিশ্ববিদ্যালয়ে ১৯৭৩ ৰ পৰা আঞ্চলিক ভাষাক শিক্ষাদানৰ সিদ্ধান্ত লৈ কাৰ্য্যত অগ্ৰসৰ হৈছে। পাঠ্য-পুথিৰ মান নিৰূপণ আৰু সংকট দূৰীকৰণৰ অৰ্থে সমন্বয়ৰক্ষী সমিতি গঠনৰ বাবে দাবী জনোৱা হৈছে। এই

সম্পৰ্কত মুখ্যমন্ত্ৰী, শিক্ষামন্ত্ৰী, শিক্ষাধিকাৰ, শিক্ষাসচিবৰ লগত যথা-স্থানত আলোচনা হয় আৰু বিষয়টি চূড়ান্ত পৰ্য্যায়ত আলোচনা হব বুলি মুখ্যমন্ত্ৰীয়ে ইতিমধ্যে আশ্বাস দিছে।

ইতিমধ্যে আঞ্চলিক ভাষা শিক্ষাৰ মাধ্যম সম্পৰ্কে এখনি আঁচনি ৰাজ্যচৰকাৰক দি বিষয়টি ক্ষীপ্ৰভাৱে হাতত লবলৈ দাবী জনোৱা হয়। ৰাজ্য চৰকাৰে বৰ্ত্তমান এখন সমন্বয়ৰক্ষী সমিতি গঠন কৰিছে। সাহিত্য সভাৰ ফালৰ পৰা আঞ্চলিক ভাষাত পাঠপুথি ৰচনাৰ ক্ষেত্ৰত সকলো প্ৰকাৰৰ সাহায্যৰ বাবে বিশ্ববিদ্যালয় পৰ্য্যায় সমূহক ইতিমধ্যে জনোৱা হৈছে।

**বিশ্বকোষ ঃ** এই প্ৰসঙ্গত অসমীয়া ভাষাত বিশ্বকোষ প্ৰণয়নৰ বাবে দাবী পুনৰ উত্থাপন কৰা হয়। চতুৰ্থ পৰিকল্পনাত বিষয়টি অন্তৰ্ভুৰ্ক্ত কৰিব বুলি মুখ্যমন্ত্ৰীয়ে জনায়। বৰ্ত্তমানে বিভাগীয় কৰ্ত্তৃপক্ষৰ লগত এই বিষয়টি জৰুৰীভাৱে হাতত লবলৈ বিশেষ গুৰুত্বসহকাৰে যোগাযোগ কৰা হৈছে।

**ৰাজ্যিক ভাষা প্ৰসঙ্গ ঃ** ৰাজ্যিক ভাষা আঁচনি ঘোষিত নীতিৰ পৰা আঁতৰি, জিলা পৰ্য্যায়তো সম্পূৰ্ণ প্ৰয়োগ নকৰাত বিষয়টি বাৰম্বাৰ ৰাজ্য চৰকাৰক জনোৱা হৈছে। শেহতীয়া ভাৱে কৰ্ত্তৃপক্ষক লগ ধৰি জনা গৈছে যে প্ৰশাসনীয় পৰিভাষাৰ নতুন সংশোধিত সংস্কৰণৰ কাম সম্পূৰ্ণ হৈছে, এই সংস্কৰণটি ছাপা হৈ ওলালে ৰাজ্যিক ভাষা প্ৰয়োগ প্ৰসঙ্গত থকা বাধা আঁতৰিব।

## বেজবৰুৱা শতবাৰ্ষিকী

যোৱা ৫ অক্টোবৰৰ পৰা ২৪ নবেম্বৰ পৰ্য্যন্ত সাহিত্যৰথী বেজবৰুৱা জন্ম শতবাৰ্ষিকী সমাৰোহেৰে সমগ্ৰ দেশ জুৰি উদ্‌যাপিত হয়। এই উপলক্ষে কেন্দ্ৰীয় শতবাৰ্ষিকী সমিতিয়ে গ্ৰহণ কৰা আঁচনিত অন্তৰ্ভুৰ্ক্ত কৰা বিষয়সমূহ আছিল প্ৰকাশন, স্মৃতিফলক আৰু স্তম্ভ নিৰ্ম্মাণ, ৰাজহুৱা সভা, আলোচনাচক্ৰ, সাংস্কৃতিক অনুষ্ঠান, স্মৃতিগ্ৰন্থ প্ৰকাশ আদিৰ উপৰিও কলিকতা, সম্বলপুৰ আৰু নতুন দিল্লীত



বিশেষ অনুষ্ঠানৰ আয়োজন, শিক্ষানুষ্ঠানত বেজবৰুৱা চ'ৰা মুকলি আৰু বিশ্ববিদ্যালয়ত বক্তৃতা, বিভিন্ন বিষয়ত প্ৰতিযোগিতা আদিৰ আয়োজন।

শতবাৰ্ষিকী অনুষ্ঠানৰ সুসংগঠনৰ উদ্দেশ্যে বিভিন্ন আঞ্চলিক সমিতি গঠন কৰা হয়।

সাহিত্য সভাৰ এই আঁচনিত ৰাজ্য চৰকাৰৰ ৪০ হাজাৰ টকাৰ অনুদান আৰু পিচত তথ্যচিত্ৰৰ বাবে ১৪ হাজাৰ ধৰি মুঠ ৫৪ হাজাৰ অনুদান দিয়ে। চৰকাৰী বিষয়াবৰ্গৰ সহযোগিতা উল্লেখ-যোগ্য। মুখ্যমন্ত্ৰী শ্ৰীবিমলা প্ৰসাদ চলিহা ডাঙৰীয়াই প্ৰধান পৃষ্ঠপোষক হিচাবে শতবাৰ্ষিকী অনুষ্ঠানৰ কাৰ্য্যসূচী সফলতাত বিশেষ ভাৱে সহায়তা কৰে।

৫ অক্টোবৰ তাৰিখে যোৰহাটত অনুষ্ঠিত উদ্বোধনী উৎসৱত জাতি ধৰ্ম্ম, বৰ্ণনিৰ্ব্বিশেষে অভূতপূৰ্ব্ব গণ সমাবেশ হয়। সেই-দিনাৰ যোৰহাটৰ উপৰিও অন্য ঠাইৰ শোভাযাত্ৰা বিশেষভাৱে উল্লেখযোগ্য। পুৱা ৮ বজাত পতাকা উত্তোলন কৰে সভাপতি ৺জ্ঞাননাথ বৰাই। ৰাজ্যপাল শ্ৰীব্ৰজকুমাৰ নেহৰুৱে বেজবৰুৱাৰ প্ৰতিকৃতি উন্মোচন কৰে। স্মৃতিস্তম্ভ উন্মোচন কৰে মুখ্যন্যায়াধীশ শ্ৰীশৰৎ কুমাৰ দত্তই, ডাক টিকট মুকলি কৰে পোষ্টমাষ্টৰ জেনেৰেলৰ সৌজন্যত শ্ৰীবি, কে, নেহৰুৱে। উদ্বোধনী অনুষ্ঠানৰ বিশেষ আকৰ্ষণ আছিল বঙ্গৰ চিন্তাশীল সাহিত্যিক - সমালোচক শ্ৰীঅন্নদা শংকৰ ৰায়। শ্ৰীৰায় ১২ অক্টোবৰ তাৰিখ পৰ্য্যন্ত থাকি যোৰহাট, শিৱসাগৰ, ডিব্ৰুগড়, নগাঁও, গুৱাহাটী আৰু শ্বিলং অনুষ্ঠানত সহযোগ কৰে।

৬ তাং শিৱসাগৰত স্মৃতিগ্ৰন্থ উন্মোচন কৰে মুখ্যমন্ত্ৰী শ্ৰীবিমলা প্ৰসাদ চলিহাই। ৰাজহুৱা সভাৰ সভাপতিত্ব কৰে প্ৰথম সভাপতি শ্ৰীঅতুল চন্দ্ৰ হাজৰিকাই।

৭ তাৰিখে ডিব্ৰুগড়ত কেন্দ্ৰীয়ভাৱে আয়োজিত সভাত সভাপতিত্ব কৰে সংসদী সদস্য শ্ৰীহেম বৰুৱাই।

৮ তাং নগাঁৱত অনুষ্ঠিত আলোচনাচক্ৰত পৌৰোহিত্য কৰে শ্ৰীৰাধিকামোহন গোস্বামীয়ে।

১০তাং মহিলা দিৱসত গুৱাহাটীৰ সভা সম্পন্ন হয় শ্ৰীনলিনী বালা দেৱীৰ সভানেতৃত্বত। ৰাজধানী শ্বিলঙৰ অনুষ্ঠানৰ সভাপতিত্ব কৰে শ্ৰীহৰি প্ৰসাদ বৰুৱাই। ছাত্ৰ দিৱসত তেজপুৰ সভাৰ সভাপতিত্ব কৰে শ্ৰীপদ্মধৰ চলিহাই।

**৩০ অক্টোবৰ তাৰিখে শ্বিলঙত আয়োজন:**

ইয়াৰ উপৰিও প্ৰাক্তন সভাপতি শ্ৰীনীলমণি ফুকনে ধুবুৰী, গোৱালপাৰা আৰু কাছাৰত, শ্ৰীমিত্ৰদেৱ মহন্তই মিকিৰ পাহাৰ ডিফুত, শ্ৰীবেণুধৰ শৰ্ম্মাই উত্তৰলক্ষীমপুৰ আৰ্য্য ভৱন লক্ষীমপুৰ, শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাই উজনি অসমৰ বিভিন্ন ঠাইত শতবাৰ্ষিকী অনুষ্ঠানত সহযোগ কৰে।

নগাভূমিৰ কহিমা অনুষ্ঠানত শ্ৰীলীলা গগৈয়ে প্ৰতিনিধিত্ব কৰে। কলিকতা, সম্বলপুৰ আৰু নতুন দিল্লীৰ অনুষ্ঠানত ডঃ মহেশ্বৰ নেওগ প্ৰধান সম্পাদক, শ্ৰীহৰিপ্ৰসাদ নেওগ আৰু শ্ৰীযোগেন দাসে প্ৰতিনিধিত্ব কৰে।

সাহিত্য সভাৰ ফালৰ পৰা তিনিওখন ঠাইলৈকে একোখন তৈলচিত্ৰ দান দিয়া হয়। ইয়াৰ উপৰিও কহিমা, ডিফু, শিলচৰ ধুবুৰী, শদিয়াত একোখন চিত্ৰ উন্মোচন কৰা হয়।

১০।১১ তাৰিখে কলিকতাৰ অনুষ্ঠানত জাতীয় অধ্যাপক ডঃ সুনীতি কুমাৰ চাটাৰ্জ্জী, শ্ৰীহেমাঙ্গ বিশ্বাস, শিতিক্ষ বয়ৰ সাদৰ সহযোগ বিশেষ ভাৱে উল্লেখযোগ্য। কোশল সাহিত্য সমাজৰ উদ্যোগত হোৱা ১৯।১০ তাৰিখৰ সম্বলপুৰৰ অনুষ্ঠানত সমগ্ৰ পশ্চিম উৰিস্যাৰ জনসমাজত সাহিত্যৰথী বেজবৰুৱাক এগৰাকী জাতীয় সাহিত্যিক হিচাবে দেখুৱা সম্মান বিশেষ তাৎপৰ্য্যপূৰ্ণ। এই ক্ষেত্ৰত কোশল সাহিত্য সমাজৰ সভাপতি শ্ৰদ্ধাকৰ সুপাকাৰ আৰু ডঃ মহতবাৰ সহযোগ অনুষ্ঠানৰ এটি উজ্জ্বল দিশ্। উল্লেখযোগ্য যে বেজবৰুৱাৰ



সম্বলপুৰৰ ভৱনটো স্থায়ী স্মৃতি হিচাবে ৰাখিবলৈ ইতিমধ্যে কোশল সাহিত্য সমাজে প্ৰস্তাৱ দিছে। অসম সাহিত্য সভাৰ ফালৰ পৰাও এই ক্ষেত্ৰত বিশেষভাৱে দাবী জনোৱা হৈছে। বৰ্ত্তমান এই ভৱনটো এগৰাকী স্থানীয় ব্যৱসায়ীৰ দখলত আছে।

২৪ নম্বেৰত অনুষ্ঠিত নতুন দিল্লী অনুষ্ঠানত পৌৰোহিত্য কৰে কাকাচাহেব কালেল কাৰে। অনুষ্ঠানত সাহিত্যৰথীজনাৰ প্ৰতিকৃতি উন্মোচন কৰি ৰাষ্ট্ৰপতি ডঃ জাকিৰ হুচেইনে বেজবৰুৱাক এগৰাকী মহান ভাৰতীয় সাহিত্যিক হিচাবে আখ্যা দিয়ে। নতুন দিল্লী অনুষ্ঠানত সাহিত্য একাডেমীৰ ডঃ প্ৰভাকৰ মাচুৱে, শিক্ষামন্ত্ৰী ডঃ ত্ৰিগুণা সেনে অসমীয়া সাহিত্য আৰু বেজবৰুৱা সম্পৰ্কে আলোচনা কৰে। অসম সাহিত্য সভাৰ আহ্বানত সঁহাৰি দি ভাৰতৰ বিভিন্ন ঠাইত আৰু লণ্ডনতো শতবাৰ্ষিকী অনুষ্ঠান আয়োজন কৰে।

শতবাৰ্ষিকী অনুষ্ঠানসমূহত বেজবৰুৱাৰ তিনি গৰাকী কন্যা শ্ৰীমতী অৰুণা মুখাৰ্জ্জী, ৰত্না বৰুৱা, চিণ্টাৰ দীপিকাৰ সহযোগ বিশেষভাৱে উল্লেখযোগ্য। যোৱা ৯।১১ তাৰিখে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত বেজবৰুৱা শতবাৰ্ষিকী উপলক্ষে এটি বিশেষ সমাৰোহ আলোচনাচক্ৰ অনুষ্ঠিত হয়। সমাবেশত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিসকলৰ উপস্থিতি বিশেষভাৱে উল্লেখযোগ্য। বিশ্ববিদ্যালয়ত বেজবৰুৱা চ'ৰা মুকলি হয়। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যৰ লগত ইতিপূৰ্ব্বে হোৱা আলোচনাৰ সন্দৰ্ভত উপাচাৰ্য্য শ্ৰীভোজৰাজ শেঠে জনায় যে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অসমীয়া ভাষাৰ অধ্যাপকৰ আসনখন বেজবৰুৱা আসন হিচাবে নামকৰণ কৰা প্ৰস্তাৱটো বিশেষভাৱে বিবেচনাধীন হৈ আছে। দুয়োখন বিশ্ববিদ্যালয়ে একোখন স্মৃতিগ্ৰন্থ আৰু সোঁৱৰণী বক্তৃতাৰ আয়োজন কৰিব বুলি জনাইছে। গুৱাহাটী বিশ্ববিদ্যালয়ে আলোচনা সভা, প্ৰকাশন আদি কাৰ্য্য ব্যাপক ভাৱে কাৰ্য্যকৰী কৰে। ১৮ ফেব্ৰুৱাৰী তাৰিখে শতবাৰ্ষিকী অনুষ্ঠানৰ আয়োজন কৰিছে।

বিভিন্ন শিক্ষানুষ্ঠানত বেজবৰুৱা চ'ৰা মুকলি কৰা সম্পৰ্কত সঁহাৰি পোৱা গৈছে। অসমৰ সকলো সাহিত্য, শিক্ষা, সাংস্কৃতিক অনুষ্ঠানে শতবাৰ্ষিকী অনুষ্ঠান উপলক্ষে ৰাজহুৱা সভা, আলোচনা-চক্ৰ, বেজবৰুৱা কবিতা-গীতৰ আবৃত্তি, নাটক, অভিনয়, প্ৰদৰ্শনী আদিৰ আয়োজন কৰি শতবাৰ্ষিকী অনুষ্ঠান ব্যাপকভাৱে সম্পন্ন কৰে।

শতবাৰ্ষিকী আঁচনিত ডিব্ৰুগড়ত হব লগা ভৱন নিৰ্ম্মাণৰ কাৰ্য্য বিশেষ কাৰণত আৰম্ভ হোৱা নাই। নিৰ্ম্মাণৰ আৰু পুঁজি সংগ্ৰহ আদিৰ যাৱতীয় দায়িত্ব নিৰ্ম্মাণ সমিতিৰ ওপৰত ন্যস্ত কৰা আছে।

**তথ্যচিত্ৰ :** যোৱা ৯ অক্টোবৰ তাৰিখে বেজবৰুৱা তথ্যচিত্ৰ "অমৰ লক্ষ্মীনাথ" গুৱাহাটীৰ ৰূপশ্ৰীত মুখ্যমন্ত্ৰী শ্ৰীবিমলা প্ৰসাদ চলিহাই উন্মোচন কৰে। অমৰ লক্ষ্মীনাথ সম্পাদনা আৰু পৰিচালনা শ্ৰীকমল চৌধুৰী আৰু প্ৰযোজক হল শ্ৰীফণী তালুকদাৰ। ৰাজ্য-চৰকাৰে এই তথ্যচিত্ৰৰ কাৰণে ১৪ হাজাৰ টকা অনুদান দিয়ে। তথ্যচিত্ৰখন এটি প্ৰতিষ্ঠানৰ যোগে বিতৰণৰ ব্যৱস্থা কৰা হৈছে। ৰাজ্য চৰকাৰৰ প্ৰচাৰ বিভাগৰ যোগেও তথ্যচিত্ৰ প্ৰচাৰিত হ'ব। কেন্দ্ৰীয় চৰকাৰৰ তথ্য আৰু অনাতাঁৰ দপ্তৰৰ লগত ফিল্মডিভিজনে বিভিন্ন আঞ্চলিক ভাষাত ডাব কৰিবৰ বাবে কৰা অনুৰোধ বিশেষ-ভাৱে বিবেচনাধীন হৈ আছে বুলি জনাইছে।

**প্ৰতিযোগিতা :** শতবাৰ্ষিকী উপলক্ষে এখন পূৰ্ণাঙ্গ জীৱনী, শিশুৰ উপযোগী এখনি ৰচনা আৰু কবিতাৰ প্ৰতিযোগিতা কৰা হয়! প্ৰতিযোগিতাত কৃতকাৰ্য্যতা লাভকৰাসকলক অহা ২১ মাৰ্চ্চ শত-বাৰ্ষিকী সামৰণি উৎসৱত পুৰস্কাৰ দিয়া হব। প্ৰতিযোগিতাত পুৰস্কাৰপ্ৰাপ্তসকল হল শিশুৰ উপযোগী গ্ৰন্থ,— অধ্যাপিকা বাণী পাঠক, কবিতা—শ্ৰীভৱানন্দ বৰা, ৰচনা, উচ্চপৰ্য্যায়ৰ—শ্ৰীচিত্ৰলেখা দত্ত, নিম্নপৰ্য্যায়ৰ —শ্ৰীজয়া দেৱী ( ত্ৰিলোচন কৌৰ )



**প্ৰকাশন :**

শতবাৰ্ষিকী উপলক্ষে প্ৰকাশন দুটা পৰ্য্যায়ত হয়।

সাহিত্য সভাৰ দ্বাৰা সম্পাদিত গ্ৰন্থ ;

(১) বেজবৰুৱা গ্ৰন্থাৱলী : সাহিত্য সভাৰ হৈ
শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা সম্পাদিত আৰু সাহিত্য প্ৰকাশৰ দ্বাৰা।

(২) অসমীয়া ভাষা আৰু সাহিত্য : সাহিত্য সভাৰ হৈ
শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা সম্পাদিত, নিউ বুক ষ্টলৰ দ্বাৰা প্ৰকাশ।

(৩) কেহোকলি :
শ্ৰীঅতুল চন্দ্ৰ হাজৰিকা সম্পাদিত আৰু মণিমাণিক প্ৰকাশৰ।

**সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত গ্ৰন্থ :**

(১) সাহিত্যৰথী বেজবৰুৱা —শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী
(২) প্ৰবন্ধ বাছনি — " "
(৩) বেজবৰুৱাৰ প্ৰতিভা —শ্ৰীমহেশ চন্দ্ৰ দেৱ গোস্বামী।
(৪) Religion of love and Devotion
ডঃ মহেশ্বৰ নেওগ।
(৫) চিত্ৰলেখা— "
[৬] পত্ৰলেখা— "
[৭] দিনলেখা— "
[৮] সাহিত্যৰথী বেজবৰুৱা —হিন্দী আলোচনা গ্ৰন্থ।
[৯] " " —ইংৰাজী " "
[১০] আমাৰ লক্ষ্মীনাথ —শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা
[১১] বেজবৰুৱাৰ বাণী —শ্ৰীহৰি প্ৰসাদ নেওগ

সাহিত্যৰথী বেজবৰুৱাৰ ওপৰত ইংৰাজী পুস্তিকা আৰু অধ্যাপক ৰোহিতেশ্বৰ শইকীয়া প্ৰণীত এখন হিন্দী পুস্তিকা প্ৰকাশিত কৰা হৈছে।

হিন্দী আৰু ইংৰাজী আলোচনা গ্ৰন্থখন এতিয়াও প্ৰকাশ হোৱা নাই। দিনলেখা, পত্ৰলেখা আৰু চিত্ৰলেখা ছপা সম্পূৰ্ণ

হৈছে। সামৰণি উৎসৱৰ আগতে কেউখন গ্ৰন্থ ৰাইজৰ হাতত দিব পৰা হব। বাকী প্ৰকাশিত গ্ৰন্থসমূহ ইতিমধ্যে গ্ৰাহক-সকলৰ হাতত দিব পাৰিছোঁ।

শতবাৰ্ষিকী পৰিচালনা সমিতিৰ সিদ্ধান্তক্ৰমে বেজবৰুৱা শতবাৰ্ষিকী স্মৃতিনিৰন্ধ এখন সংকলন কৰা হৈছে।

শ্ৰীদুৰ্গেশ্বৰ শৰ্ম্মা সম্পাদিত অসম সাহিত্য সভা পত্ৰিকাৰ তৃতীয় সংখ্যা বেজবৰুৱা সংখ্যা ৰূপে প্ৰকাশিত হৈছে।

উল্লেখযোগ্য যে অসমৰ বিভিন্ন অনুষ্ঠান, শাখা সাহিত্য সভা, আঞ্চলিক সমিতি আদিয়ে সাহিত্যৰথীৰ শতবাৰ্ষিকী উপলক্ষে একোখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। কলিকতা সমিতিয়ে বঙালী ভাষাত আৰু নতুন দিল্লী উৎসৱ সমিতিয়ে ইংৰাজীৰ একোখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰে। এইখিনিতে উল্লেখ কৰা হয় যে সাহিত্য একাডেমীয়ে ইংৰাজী আৰু হিন্দীত বেজবৰুৱা স্মৃতিগ্ৰন্থ আৰু প্ৰকাশন পৰিষদে এখন আটক্‌ধুনীয়া গ্ৰন্থ প্ৰকাশ কৰিছে।

শতবাৰ্ষিকী উপলক্ষে অসম সাহিত্য সভাৰ একোটি হিন্দী আৰু ইংৰাজী অনুবাদ বিভাগ স্থাপন কৰাৰ সিদ্ধান্ত কৰা হৈছে। দুয়োটা ভাষাৰে আলোচনা গ্ৰন্থৰ পৰিশিষ্ট খণ্ডত বেজবৰুৱা ৰচনাৰ অনুবাদ কৰা হৈছে। এই বেজবৰুৱা বছৰতে দুয়োটা বিভাগৰ উন্মোচন কৰা হব।

বেজবৰুৱা শতবাৰ্ষিকী আঞ্চলিকভাৱে প্ৰচাৰ আৰু সংগঠনৰ সুবিধাৰ অৰ্থে ১৭টা অঞ্চল নিৰূপণ কৰি একোখনি সমিতিক দায়িত্ব দিয়া হৈছিল; কিন্তু এই ক্ষেত্ৰত পোৱা সঁহাৰি আশাপ্ৰদ বুলি কব নোৱাৰি। আনহাতে কোনো কোনো শাখাই স্বতন্ত্ৰভাৱে পুঁজি সংগ্ৰহ কৰিও আনুষ্ঠানিক শৃঙ্খলা ৰক্ষাত বাধা জন্মায়।

অসমৰ কাছাৰ জিলাত, পাৰ্ব্বত্য অঞ্চলসমূহত, শদিয়া, নেফাৰ লোহিত, পাছিঘাট, খুনচা আদি অঞ্চলত, নগাপাহাৰত শতবাৰ্ষিকী উৎসৱ সমাৰোহেৰে সম্পন্ন হয়।



সভাৰ প্ৰকাশন, বেজবৰুৱাৰ বাণী, ছবি আদি নেফাৰ বিভিন্ন অঞ্চলত বিতৰণ কৰা হয়। এই ক্ষেত্ৰত সদৌ অসম শিল্পী সমাজৰ সম্পাদক শ্ৰীপ্ৰফুল্লপ্ৰাণ মহন্তৰ সহযোগ উল্লেখযোগ্য।

শতবাৰ্ষিকী উৎসৱ উপলক্ষে পুঁজিৰ ক্ষেত্ৰত অঞ্চলসমূহৰ পৰা এতিয়ালৈকে আশাপ্ৰদ সঁহাৰি পোৱা নহল। কুপনসমূহ সংগ্ৰহ হৈ অহা নাই। স্থানান্তৰত বিস্তাৰিত বিত্তীয় বিবৰণ দিয়া হৈছে। এই ক্ষেত্ৰত যোৰহাট আৰু নগাঁও অঞ্চলৰ সভাই সজীৱভাৱে সঁহাৰি দিছে। মিকিৰ পাহাৰৰ ডিফু অঞ্চলৰ সমিতিয়েও সজীৱ সঁহাৰি দিছে—শাখা সভা সমূহৰ ভিতৰত নাজিৰা সভাই সৰ্ব্বাধিক পৰিমাণে দান দিছে। আঞ্চলিক সমিতিসমূহৰ পৰা পাব লগা সংগ্ৰহ আৰু প্ৰকাশন বিক্ৰীৰ যোগে বৰ্ত্তমানে হোৱা ঘাটি সহজে পূৰণ হব বুলি আশা কৰা হৈছে।

শতবাৰ্ষিকী সমিতিৰ কাৰ্য্যকাল সদ্যহতে ৩০ এপ্ৰিল পৰ্য্যন্ত ৰখা হৈছে আৰু এই সময়ছোৱাৰ ভিতৰতে শতবাৰ্ষিকী সংক্ৰান্ত সমুদায় কাৰ্য্যক্ৰম সমিতিৰ তত্ত্বাৱধানত সম্পূৰ্ণ হব বুলি আশা কৰা হৈছে।

প্ৰতিবেদন প্ৰসঙ্গত শতবাৰ্ষিকী সম্পন্ন কৰাৰ ক্ষেত্ৰত অসমৰ সদৌ ৰাইজ, সভাৰ সহযোগী সহকৰ্ম্মীসকল, বাতৰি কাকত, আকাশ-বাণী, ৰাজ্য চৰকাৰৰ এই সুযোগতে পুনৰ শলাগ লৈছো। বিশেষ-ভাৱে কলিকতা, দিল্লী, সম্বলপুৰৰ অনুষ্ঠানৰ উদ্যোগসকলকো কৃতজ্ঞতা জনায় এই ক্ষেত্ৰত সভাপতি ৺জ্ঞাননাথ বৰাৰ সুচিন্তিত দিহা-পৰামৰ্শৰ কথা স্মৰণ কৰিছোঁ।

## স্মৃতি দিৱস :

এই বছৰ দুগৰাকী সভাপতিৰ প্ৰথম মৃত্যু বাৰ্ষিকী স্মৃতি দিৱস সম্পন্ন হয় ১৮ নবেম্বৰ তাৰিখে। ৰঘু চৌধুৰী স্মৃতি দিৱস গুৱাহাটীত শ্ৰীঅতুল হাজৰিকাৰ সভাপতিত্বত আৰু ১৬ জানুৱাৰী তাৰিখে নকুলচন্দ্ৰ ভূঞা স্মৃতি দিৱস যোৰহাটত শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱাৰ সভা-পতিত্বত সম্পন্ন হয়। ২১ জানুৱাৰীত সদৌৰে স্মৃতি দিৱস শ্ৰীপূৰ্ণানন্দ শৰ্ম্মা পাঠকৰ সভাপতিত্বত সম্পন্ন হয়।

**সভাৰ প্ৰকাশন ঃ**

এই বছৰ সভাৰ সাধাৰণ প্ৰকাশনত বিশেষ গুৰুত্ব দিব পৰা নহল ; তথাপিতো তলত দিয়া প্ৰকাশন ইতিমধ্যে ওলাইছে ।

(১) ৰঘুনাথ চৌধাৰী স্মৃতিগ্ৰন্থ ঃ—১৮ নবেম্বৰ তাৰিখে প্ৰকাশিত প্ৰধান সম্পাদকৰ দ্বাৰা সম্পাদিত ।

(২) নকুল চন্দ্ৰ ভূঞা স্মৃতিগ্ৰন্থ ঃ—৩ ফ্ৰেব্ৰুৱাৰী তাৰিখে প্ৰকাশিত প্ৰধান সম্পাদকৰ দ্বাৰা সম্পাদিত ।

(৩) অসম সাহিত্য সভা বাৰ্ষিকী ঃ তেজপুৰ সন্মিলন বাৰ্ষিকী ।

(৪) শিক্ষাৰ মাধ্যম আঞ্চলিক ভাষা ঃ অসমীয়া ।

প্ৰচাৰ বিভাগৰ সৌজন্যত সভাৰ পৰিচয়মূলক ইংৰাজী পুস্তিকা এখন ছপাশালত আছে । সাহিত্য সভাৰ শাখা সন্মিলন-সমূহৰ সভাপতিৰ ভাষণ সংকলনৰ কাম শ্ৰীলীলা গগৈৰ দায়িত্বত ন্যস্ত হৈছে ।

সাহিত্য সভাৰ বুৰঞ্জীৰ সকলো সংগৃহীত অৱস্থাত আছে । ৰাজ্য চৰকাৰৰ অনুদানেৰে গান্ধী শতবাৰ্ষিকী উপলক্ষে প্যাৰীলালৰ Last Phase of Gandhism ৰ অনুবাদকাৰ্য্য হৈ আছে ।

সাহিত্য সভাৰ সভাপতি ৺জ্ঞাননাথ বৰাৰ স্মৃতিগ্ৰন্থ প্ৰণয়নৰো প্ৰস্তুতি চলি আছে । চন্দ্ৰকান্ত অভিধানৰ ৩য় সংস্কৰণৰ সংশোধন জৰুৰীভাৱে সম্পূৰ্ণ কৰি ছপাশাললৈ দিয়াৰ প্ৰস্তুতি চলিছে । অসমীয়া সাহিত্য গ্ৰন্থাৱলীৰ কাম চলিত বছৰত সম্পূৰ্ণ হব বুলি আশা কৰা হৈছে ।

**ভাষা জ্ঞান পৰীক্ষা ঃ**

এই বছৰ ভাষা জ্ঞান পৰীক্ষাসচিব হিচাবে শ্ৰীৰমা বৰঠাকুৰে দায়িত্ব নিৰ্ব্বাহ কৰিছে । ১৯৬৮ চনৰ ভাষা জ্ঞান পৰীক্ষাৰ প্ৰাথমিকত তিনিজন, মাধ্যমিকত এজন পৰীক্ষাৰ্থী উত্তীৰ্ণ হয় ।

দিল্লী বিশ্ববিদ্যালয়ত অসমীয়া ভাষা বিষয়টো মুকলি কৰা সম্পৰ্কত যোগাযোগ পৰ্য্যায়ত অগ্ৰসৰ হোৱা অৱস্থাত আছে ।



সংগ্ৰহালয় সম্পৰ্কীয় আঁচনিত প্ৰাথমিক কাৰ্য্য এইবছৰতে আৰম্ভ কৰাৰ কথা আছিল যদিও শতবাৰ্ষিকী অনুষ্ঠানত ব্যস্ত হব লগা হোৱাত বিষয়টি প্ৰচাৰৰ পৰ্য্যায়তে আছে । ইতিমধ্যে পুৰণি সা-সমল সংগৃহীত হৈ আছে ।

**সাহায্য ঃ**

অসমৰ জনসমাজৰ আদৰৰ শিল্পী-সাহিত্যিক শ্ৰীবিষ্ণু প্ৰসাদ ৰাভাৰ আৰোগ্য কামনা কৰাৰ বাবে সুধী সমাজক সাহায্য দিবৰ বাবে বিশেষভাৱে অনুৰোধ জনোৱা হৈছে । ইয়াৰ উপৰি শিল্পীজনাক সভাৰ সাধাৰণ পুঁজিৰ পৰা আঢ়ৈশ টকা আগবঢ়োৱা হৈছে ।

লোক-সাহিত্যিক শ্ৰীতাৰিণীচন্দ্ৰ দাসলৈ এশ টকাৰ আৰ্থিক সাহায্য দিয়া হৈছে ।

সাহিত্য সভাৰ লগত আজীৱন নিবিড়ভাৱে জড়িত ৺ব্ৰজেন চন্দ্ৰ বৰপূজাৰীৰ অপ্ৰত্যাশিত বিয়োগত প্ৰধান সম্পাদকৰ আৰ্থিক পুঁজিৰ পৰা এশ টকাৰ আৰ্থিক সাহায্য দিয়া হয় ।

**প্ৰচাৰ আৰু সংগঠন ঃ**— নকলেও হব যে এই বছৰ বেজবৰুৱা শতবাৰ্ষিকীৰ আলমত অসম সাহিত্য সভাৰ প্ৰচাৰ আৰু পৰিসৰ বৃদ্ধি হৈছে । প্ৰচাৰ বিভাগৰ কাৰ্য্যতৎপৰতা শতবাৰ্ষিকী শিতানতে আবদ্ধ হব লগা হল যদিও এই শিতানত সাহিত্য সভা পৰিচয়-মূলক এখনি ইংৰাজী ভাষাৰ পুস্তিকা যুগত কৰি ছাপাখানাত দিয়া হৈছে । সংগঠনৰ ক্ষেত্ৰত কাৰ্য্যনিৰ্ব্বাহকৰ সদস্যসকলৰ তৎপৰতা বিশেষভাৱে উল্লেখযোগ্য । আমাৰ চাহ বনুৱা ছাত্ৰ সমাজৰ সেই অঞ্চলৰ চাহ বনুৱা সভাস-মিতিত প্ৰধান সম্পাদকে যোগদান দিয়াৰ উপৰিও ডেকা কৰ্ম্মীসকলৰ গঠনমূলক কাৰ্য্যৰ আলোচনা হৈছে । ডিব্ৰুগড়ত আঞ্চলিক পৰিষদৰ সৌজন্যত শ্ৰীৰাম গোস্বামীয়ে চাহ বনুৱা সমাজত প্ৰচাৰ কাৰ্য্য চলাইছে । এই বছৰ মুঠ ২৮ খন নতুন শাখা স্বীকৃত সভা (২৫+২) ১৬

জন নতুন আজীৱন সভ্যক ধৰি শাখা সভা ২৪৭; স্বীকৃত সভা ১০ আৰু আজীৱন সভ্য ৩৪৫,৩৪৮ জনলৈ উন্নিত হৈছে।

**শাখা সভাৰ কাৰ্য্যক্ৰম:**— অসম সাহিত্য সভাৰ নিৰ্দ্দিষ্ট আঁচনি কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰত শাখা সভাসমূহে এই বছৰ বিশেষ সঁহাৰি দিছে। বিশেষকৈ বেজবৰুৱা শতবাৰ্ষিকী অনুষ্ঠানত শাখা সভাসমূহৰ তৎপৰতা উল্লেখযোগ্য। শতবাৰ্ষিকী শিতানত এই বছৰ স্মৃতিগ্ৰন্থ, সভাৰ নিজা নাম, নিজা ভৱন, কাৰ্য্যালয় প্ৰতিষ্ঠাৰ বিবৰণ পোৱা গৈছে। বিভিন্ন স্থান বিশেষে পৌৰসভা, পঞ্চায়ত আদিৰ পৰাও সহায়-সহযোগ লাভ কৰিব পৰাটো উল্লেখযোগ্য। শাখা সভাসমূহ বিভিন্ন প্ৰতিষ্ঠানৰ লগত সঙ্গতিৰক্ষা কৰি কাৰ্য্য-নিৰ্ব্বাহ কৰালৈ চাই সাহিত্য সভাৰ কৰ্ম্মীসকলৰ মাজত জাতীয় সচেতনৰ ভাৱ বৃদ্ধি পাইছে বুলি ভাবিবৰ থল আছে। আমাৰ বিশ্বাস এয়া এই ক্ষেত্ৰত হোৱা সূচনাহে। এই জাগৰণৰ পট-ভূমিত সভাৰ সংগঠন ব্যাপক হব বুলি আশা ৰাখিব পাৰিছো। তলত শাখা সভাসমূহৰ কাৰ্য্যক্ৰমৰ চমু টোকা দিয়া হল —

বিত্তীয় অৱস্থা:—সভাৰ বিত্তীয় অৱস্থাৰ বিবৰণ প্ৰতিবেদনৰ লগতে সন্নিবিষ্ট কৰা হৈছে। বেজবৰুৱা শতবাৰ্ষিকী পুঁজিৰ হিচাপ বেলেগে সংৰক্ষিত হৈছে। এই বছৰ সাধাৰণ পুঁজিলৈ সংগ্ৰহ নিচেই নিমিত্ত মাত্ৰ। অথচ আমাৰ সম্মুখত সুবৃহৎ আঁচনি আৰু পৰিকল্পনা; গতিকে সভাই স্থায়ীভাৱে আয়ৰ পথ সুগম কৰিব নোৱাৰিলে বিত্তীয় সংকটৰ বৰ্ত্তমান অৱস্থা দূৰ কৰিব পৰা নহব। বৰ্ত্তমানে উত্থাপিত ৩১ ডিচেম্বৰ পৰ্য্যন্ত পৰীক্ষকৰ দ্বাৰা পৰীক্ষিত বিবৰণৰ পটভূমিত সুধীজনে বিষয়টি বিশ্লেষণ কৰি চাই যেন।

সমীক্ষা—১৯৬৮-৬৯ ত সাহিত্য সভা পঞ্চাশ বছৰত সম্পূৰ্ণ হৈ গৈছে। গতিকে সাহিত্য সভাৰ সংগঠনৰ ভেঁটি কটকটীয়াকৈ বান্ধিব লাগিব। এই ক্ষেত্ৰত সভাৰ এটি নিজা চপাশাল আৰু ইয়াৰ যোগেদি আলোচনী আৰু প্ৰকাশন বিভাগ ব্যৱসায়মূলক



দৃষ্টিৰে প্ৰতিষ্ঠিত হোৱা বাঞ্ছনীয়। ইয়াৰ উপৰিও, লেখক, প্ৰকাশক, আৰু পাঠকগোষ্ঠীৰ মাজত সমন্বয়ৰক্ষাৰ বাবে আৰু সাহিত্য সভাই লেখক সমাজক সংগঠিত কৰাৰ ব্যৱস্থাৰে আঁচনি হাতত লোৱাৰো নিশ্চয় প্ৰয়োজন হৈছে। এটি স্থায়ী প্ৰচাৰ বিভাগৰ যোগে আৰু এই প্ৰচাৰ বিভাগক সম্পূৰ্ণৰূপে বৰ্ত্তমান যুগৰ বৈজ্ঞানিক সা-সমলৰ যোগানেৰে সমৃদ্ধ কৰি কেনেকৈ সুদূৰ প্ৰসাৰী আঁচনি হাতত লব পৰা যায় এই ক্ষেত্ৰত এটি তথ্য আৰু জনসম্পৰ্কৰক্ষী সমিতিৰ যোগে সমগ্ৰ অসমতে বিভিন্ন ভাষা-ভাষীৰ লেখ-বুজ উলিয়াই সিসকলৰ লগত কেনেদৰে যোগাযোগ ৰক্ষা কৰি সম্প্ৰীতি আৰু পথসূচনা কৰিব পাৰি সেই বিষয়ে অধ্যয়ন আৰু প্ৰতিবেদন প্ৰস্তুতিৰ দৰ্কাৰ হৈছে। সভাৰ নিৰ্দ্দেশক অভিধান, ব্যাকৰণ, সাংস্কৃতিক, বুৰঞ্জী, গদ্য-পদ্যৰ সম্ভাৰ বৈজ্ঞানিক প্ৰণালীৰে দাঙি ধৰাৰ সিদ্ধান্ত আৱশ্যক। আঞ্চলিক ভাষা শিক্ষাৰ মাধ্যম কৰা সিদ্ধান্ত আজি অসমৰ দুয়োখন বিশ্ববিদ্যালয়ে গ্ৰহণ কৰিছে। এই ক্ষেত্ৰত সাহিত্য সভাই আজি পাঠ্যপুথিৰ বজাৰ দুৰ্নীতিৰ দূৰীকৰণ আৰু অসমীয়া ভাষাৰ বিশুদ্ধ প্ৰয়োগ এই ক্ষেত্ৰত নেতৃত্ব দিয়াৰ প্ৰয়োজন হৈছে। অসমীয়া ভাষাত বিশ্বকোষৰ আঁচনি যদি এতিয়াও চৰকাৰে হাতত নলয় তেনেহলে সাহিত্য সভাই ৰাইজৰ কাষ চাপি হলেও এই আঁচনি হাতত লবই লাগিব। পুৰণি সাহিত্যৰ বিভিন্ন সম্বল সংগ্ৰহৰ ব্যৱস্থাত সাহিত্য সভাই গ্ৰহণ কৰাৰ প্ৰয়োজন হৈছে। অসমীয়া সাহিত্যৰ নৱতম ধাৰাৰ বিচাৰ বিশ্লেষণ আৰু স্বীকৃতি প্ৰদানতো সাহিত্য সভায়েই গুৰুত্বপূৰ্ণ ভূমিকা লৈছে। প্ৰধান কথা হৈছে আমাৰ জাতীয় জীৱনৰ উন্নত ভৱিষ্যতৰ বাবে সাহিত্য সভাই কি দৰে বলিষ্ঠ ভূমিকা লব এই দৃষ্টিৰ অন্তৰালত সাহিত্য সভাখনক ন-পুৰণি সদৌৰে সঙ্গমকেন্দ্ৰ হিচাবে ধৰি লৈ সৰ্ব্বজন আৰু সৰ্ব্বকালৰ বাবে এইখন মহাসভাক অনুপ্ৰেৰণাৰ উৎ ৰূপে পৰিগণিত কৰি তুলিব লাগিব। সেয়ে নহলে সাহিত্য সভাক জীৱন্ত আৰু গতিশীল জাতীয় অনুষ্ঠানত

পৰিণত কৰা উদ্দেশ্য ব্যৰ্থ হব। সভাৰ পঞ্চাশ বছৰৰ পিচত এতিয়া নতুন অধ্যায়ৰ সূচনা হৈছে। গতিকে গতানুগতিকতাৰ পৰা আমি আঁতৰি অনুষ্ঠানৰ ৰূপ বৈজ্ঞানিক দৃষ্টিৰে অনুষ্ঠানৰ নতুন ৰূপ দিবলৈ সভাৰ সদৌজন সহযোগী আৰু সহকৰ্ম্মীৰে সংকল্প হব বুলি আশা কৰিছোঁ।

## সামৰণি

প্ৰতিবেদনত বিগত বছৰত সম্পাদিত হোৱা কাৰ্য্যৰ আভাস পৰিকল্পনা আৰু দীৰ্ঘকাল জুৰি লাভ কৰা অভিজ্ঞতাৰ এটি খতিয়ান মাত্ৰ দাঙি ধৰা হৈছে। এইখিনি কাম সম্পন্ন কৰোতে মই খ্যাত-অখ্যাত নানাজন সহকৰ্ম্মী আৰু সহযোগীৰ পৰা নানা প্ৰকাৰে দিহা-পৰামৰ্শ আৰু সহায়-সহযোগ পাই আহিছোঁ। নকলেও হব একেলগেই বহুতো কাম হাতত লওঁতে ইয়াৰ ভালেখিনি হয়তো কাৰ্য্যকৰী হোৱা নাই বা কোনো কোনো আঁচনি কাৰ্য্যকৰী হোৱাৰ বাটত। এইখিনি ভৱিষ্যত সুধীজনৰ হাতলৈ এৰিলোঁ। মোৰ কাৰ্য্যকালত হোৱা বিফলতাৰ দায়িত্বৰ ভাগ মোৰ যেনেকৈ নিজা; সেইদৰে সফলতাৰ বাবে গৌৰৱৰ অধিকাৰীও নিশ্চয় মোৰ সহকৰ্ম্মী-সকলহে। এইখিনিতে অৱশ্যে মই এষাৰ কথা নিবেদন কৰি আনন্দ লাভ কৰিছো এই বুলিয়েই যে সাহিত্য সভা এই অনুষ্ঠান-টোৰ বাবে মই এটা মুহূৰ্ত্তও কৰ্ত্তব্যবিমুখহৈ নেওচা দিবৰ প্ৰয়াস কৰা নাই। নিষ্ঠাৰেই যথাসাধ্য দায়িত্ব সম্পাদন কৰাৰ কাৰণে মই সদায়েই যত্ন কৰি অহা সত্বেও মোৰ অক্ষমতাই বহু সময়ত হয়তো অনুষ্ঠানৰ কাৰ্য্যত ব্যাঘাত কৰি তুলিছে, তাৰ বাবে যেন সুধীজনে এই অভাজনক ক্ষমা কৰে।

সদৌ শেষত মোৰ কাৰ্য্যকালত নানা প্ৰকাৰে বহুমূলীয়া দিহা-পৰামৰ্শৰে উদগনি যোগোৱা স্বৰ্গীয় সভাপতি জ্ঞাননাথ বৰাৰ কথা পুনৰবাৰ স্মৰণ কৰিছোঁ। উপ-সভাপতি ডঃ নেওগ-প্ৰমুখ্যে কাৰ্য্যপালিকাৰ সদৌজন সহকৰ্ম্মী সদস্যলৈ, বেজবৰুৱা শত-



বাৰ্ষিকী সমিতিৰ সদস্যসকলৰ কথা কৃতজ্ঞতাসহকাৰে স্মৰণ কৰিছোঁ। প্ৰাক্তন সভাপতি শ্ৰীনীলমণি ফুকন, শ্ৰীকৃষ্ণকান্ত সন্দিকৈ, অধ্যাপক অতুল হাজৰিকা, শ্ৰীবেণুধৰ শৰ্ম্মা, শ্ৰীপদ্মধৰ চলিহা, শ্ৰীবিনন্দ চন্দ্ৰ বৰুৱা, শ্ৰীমিত্ৰদেৱ মহন্ত, শ্ৰীনলিনী বালা দেৱী আদিৰ পৰা পাই অহা দিহা-পৰামৰ্শ আৰু শুভাশীস্ মোৰ বাবে চিৰ অনুপ্ৰেৰণাৰ উৎস হৈ থাকিব। এই বছৰৰ কাৰ্য্যসূচীত বিশেষকৈ বেজবৰুৱা শতবাৰ্ষিকী কাৰ্য্যসূচীত মুখ্যমন্ত্ৰী শ্ৰীবিমলা প্ৰসাদ চলিহাৰ পৰা নানা প্ৰকাৰে সহায়-সহযোগ আৰু দিহা-পৰামৰ্শ পাই কৃতজ্ঞ হৈছোঁ। শেষত চিৰচেনেহী মোৰ ভাষাজননীৰ সেৱক সুধীজনলৈ মূৰ দোঁৱাই ইমানতে প্ৰতিবেদনৰ সামৰণি মাৰিলোঁ।

| | |
|---|---|
| গৃহীত হল | গৃহীত হল |
| মহেশ্বৰ নেওগ, | শ্ৰীআনন্দচন্দ্ৰ বৰুৱা |
| সভাপতি, কাৰ্য্যনিৰ্ব্বাহক সমিতি | সভাপতি, ৩৬ তম্ অধিৱেশন |
| ৬ ফেব্ৰুৱাৰী ১৯৬৯ | ৮।২।৬৯ |

# অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশ বৰপেটা অধিবেশন

শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আদি মহাপুৰুষসকলৰ পদৰজেৰে পৱিত্ৰ হোৱা অসমৰ বৈষ্ণৱধৰ্ম্মৰ নাভিকেন্দ্ৰ স্বৰূপ বৰপেটা নগৰত শ্ৰীশঙ্কৰক্ষেত্ৰ নামেৰে সজা বিৰাট সভামণ্ডপত তিনিদিনীয়াকৈ অসম সাহিত্য সভাৰ ষটত্ৰিংশ মুকলি অধিবেশন অত্যন্ত উলহ-মালহেৰে সম্পন্ন হয়। ভট্টদেৱ, ভৱানীপুৰীয়া গোপাল আতা আদি বৈষ্ণৱ যুগৰ উজ্জ্বল জ্যোতিষ্কসকলৰ পৰা ধৰি অম্বিকাগিৰি ৰায়চৌধাৰী, ডঃ বাণীকান্ত কাকতী আদি বিংশ শতিকাৰ সাহিত্য-সংস্কৃতিৰ মুখ্যসাধকসকললৈকে বৰপেটাৰ সম্পৰ্কত অহা মহান ব্যক্তি-সকলৰ সম্মানাৰ্থে নগৰৰ বহু দূৰৰ পৰা সভামণ্ডপলৈকে দিয়া আটক-ধুনীয়া তোৰণবিলাকে দৰ্শকসকলৰ সাংস্কৃতিক মানসত জাগৰণৰ ঢৌ তুলিছিল। প্ৰতিনিধি আৰু দৰ্শক-প্ৰতিনিধি হিচাবে সমবেতসকলৰ সংখ্যা ডেৰহাজাৰৰ অধিক আৰু মুকলি অধিবেশনৰ দুদিন সমবেত জনতাৰ সংখ্যা দুইলাখৰো অধিক হৈছিল। এনে বিৰাট জনতা অসম সাহিত্য সভাৰ বুৰঞ্জীত অভুতপূৰ্ব্ব। বৰপেটা নগৰৰ ভিতৰত প্ৰত্যেক চুবুৰীতে তোৰণ সজা হৈছিল আৰু নগৰৰ লোকসকলে আলহী-অতিথিক আপ্যায়িত কৰিবলৈ সততে আনন্দমনেৰে সাজু আছিল। নগৰবাসীসকলৰ আদৰ-অভ্যৰ্থনাৰ কথা দৰ্শকসকলৰ মুখে মুখে শুনা গৈছিল।

৮ ফেব্ৰুৱাৰীৰ দিনা পুৱা অসম সাহিত্য সভাৰ পতাকা উত্তোলন কৰি উপ-সভাপতি ডঃ মহেশ্বৰ নেওগে অসম সাহিত্য সভাৰ গৌৰৱপূৰ্ণ ঐতিহ্যৰ কথা সোঁৱৰে।

৮ ফেব্ৰুৱাৰীৰ পুৱাবেলা হোৱা কবি সন্মিলনত সভানেতৃত্ব কৰি পদ্মশ্ৰী নলিনীবালা দেৱীয়ে কবিতাৰ ঐতিহ্য আৰু মহত্বৰ



বিষয়ে হৃদয়গ্ৰাহী ভাষণ পাঠ কৰে। শ্ৰীশ্ৰীৰামচন্দ্ৰ দাস, শ্ৰীঅম্বেশ্বৰ চেতীয়া ফুকন, শ্ৰীমহেন্দ্ৰ বৰা, শ্ৰীফণী তালুকদাৰ, শ্ৰীনাৰায়ণ বেজ-বৰুৱা, শ্ৰীমতী লক্ষ্যহীৰা দাস আদি ৩০ গৰাকীমান কবিয়ে স্বৰচিত কবিতা পাঠ কৰে।

৮ ফেব্ৰুৱাৰীৰ আবেলি হোৱা মূল সভাৰ আগতে এটি আকৰ্ষণীয় শোভাযাত্ৰাৰে সভাপতি কাব্যযোগী শ্ৰীআনন্দ চন্দ্ৰ বৰুৱাক এমাইল আঁতৰৰ পৰা আদৰি অনা হয়। ধুনীয়াকৈ সজোৱা এখন ট্ৰাকৰ ওপৰত হেঙ্গুল-হাইতালেৰে সজোৱা এখন খেলনাৰৰ ওপৰত বৰজাপি দি সভাপতিক বহুৱাই অনা হয়। শোভাযাত্ৰাৰ আগত আছিল ৩৬টা জয়ঢোলৰ এটা ধুনীয়া দল আৰু তাৰ পাচত গায়ন-বায়ন আৰু লাচিত, ৰাধা-ৰুক্মিণী, জয়া, কনকলতা, বেজবৰুৱা বাহিনীৰ স্বেচ্ছাসেৱকসকল, থিয়নাম গোৱা দল আদি। বাটত কমেও ৩০ ঠাইত সভাপতিক বেলেগ আদৰণি জনায়। সভাপতি আহি মূল সভামণ্ডপৰ সন্মুখ পোৱাৰ লগে লগে ৩৬টা টোপধ্বনি কৰি সম্বৰ্দ্ধনা জনোৱা হয় আৰু সভাত সমবেত লক্ষাধিক লোক থিয় হৈ সন্মান প্ৰদৰ্শন কৰে।

মূল সভা উদ্বোধন কৰি অসম আৰু নগাৰাজ্যৰ ৰাজ্যপাল শ্ৰীব্ৰজকুমাৰ নেহৰুৱে অসমৰ ভাষা-সাহিত্যৰ উন্নতিকল্পে সকলো শ্ৰেণীৰ লোকক সহযোগেৰে কাম কৰিবলৈ আহ্বান জনায়। অসমীয়া সাহিত্যৰ বিভিন্ন গ্ৰন্থসমূহ অন্য ভাৰতীয় ভাষালৈ অনুবাদ কৰাৰ প্ৰয়োজনীয়তাৰ কথা ৰাজ্যপালে দঢ়াই কয়।

অভ্যৰ্থনা সমিতিৰ সভাপতি শ্ৰীমহেন্দ্ৰমোহন চৌধাৰীয়ে বৰপেটাৰ সাংস্কৃতিক ঐতিহ্যৰ এটি থূলমূল বিৱৰণ দিয়ে। তেখেতে অসমীয়া ভাষাৰ ক্ষেত্ৰত উপস্থিত হোৱা বিভিন্ন দুৰ্য্যোগসমূহক সাহসেৰে প্ৰত্যাহ্বান দিবলৈ ৰাইজলৈ আৰু অসম সাহিত্য সভালৈ আহ্বান জনায়।

সন্মিলনলৈ শুভেচ্ছা বাণীৰে ভাৰতৰ ৰাষ্ট্ৰপতিপ্ৰমুখ্যে বিশিষ্ট

নেতাসকলে আৰু ডঃ কানাইলাল বাণিকলাল মুন্সী, শ্ৰীঅন্নদা শঙ্কৰ ৰয় আদি বিশিষ্ট লেখকসকলে অধিবেশনৰ সাফল্য কামনা কৰে।

৯ ফেব্ৰুৱাৰীৰ আবেলি দ্বিতীয় দিনৰ মুকলি অধিবেশনত বিশিষ্ট অতিথি ৰূপে যোগদান কৰি উৎকল সাহিত্য সভাৰ সভাপতি, বিশিষ্ট সাহিত্যিক শ্ৰীশ্ৰদ্ধানন্দ সুপকাৰ এম, পি, এ কয় যে অসম সাহিত্য সভাৰ ঐতিহ্য ভাৰতৰ কাৰণেই গৌৰৱৰ কথা ; কিয়নো উৎকল সাহিত্য সভা তেনেই নতুন আৰু তেখেতেই তাৰ প্ৰথম সভাপতি। উৰিয়া ভাষা আৰু অসমীয়া ভাষাৰ মাজত থকা যাউতিযুগীয়া যোগসূত্ৰ আৰু এই ভাষা দুটাৰ সাদৃশ্যৰ কথা তেখেতে গৌৰৱেৰে উল্লেখ কৰে। উৰিষ্যা ৰাজ্যৰ সম্বলপুৰত থাকি অসমীয়া ভাষা-সাহিত্যৰ গুৰিধৰোতা সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ গল্পসমূহত প্ৰকাশ পোৱা উৰিয়া জন-জীৱনৰ চিত্ৰৰ কথা তেখেতে গৌৰৱেৰে উল্লেখ কৰে। তেখেতে ভাৰতৰ ভাষাসমূহৰ মাজত সাহিত্যৰ বিনিময় কৰি ভাৰতীয় সংস্কৃতিৰ মান উন্নত কৰিবলৈ আৰু ভাৰতৰ ঐক্য সাধনত বৰঙণি যোগাবলৈ সাহিত্যিকসকলক আহ্বান জনায়। সাহিত্যৰ সাধাৰণ লক্ষণসমূহ তেখেতে বিশ্লেষণ কৰি উৰিয়া ভাষাত দিয়া তেখেতৰ সুদীৰ্ঘ বক্তৃতাক আগ্ৰহেৰে শুনা সমবেত ৰাইজৰ মাজত উৰিয়া আৰু অসমীয়া ভাষাৰ মাজত থকা সাদৃশ্য আৰু বক্তৃতাৰ হৃদয়গ্ৰাহিতাৰ কথাই প্ৰকাশ কৰিলে।

৮ ফেব্ৰুৱাৰীৰ পুৱা অনুষ্ঠিত আলোচনাচক্ৰত সভাপতিত্ব কৰে শ্ৰীমহেন্দ্ৰ বৰাই। আলোচ্য বিষয় আছিল আধুনিক অসমীয়া কবিতা। আলোচনাত শ্ৰীহেম বৰুৱা, চৈয়দ আব্দুল মালিক, শ্ৰীঅবনীন্দ্ৰ চন্দ্ৰ বৰা, শ্ৰীপৰেশমল্ল বৰুৱাই অংশ গ্ৰহণ কৰে।

তাৰ পিচত অনুষ্ঠিত বুৰঞ্জী সন্মিলনত সভাপতিত্ব কৰে শ্ৰীলক্ষ্মী প্ৰসাদ দত্তই। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰীবেণুধৰ শৰ্ম্মাই দেশৰ বুৰঞ্জী পুঙ্খানুপুঙ্খ আলোচনাৰ প্ৰয়োজনীয়-



তাৰ সম্পৰ্কে মনোগ্ৰাহী ভাষাৰে বক্তৃতা দিয়ে।

৭ ফেব্ৰুৱাৰী ৰাতি ১২ বজালৈকে আৰু ৮ ফেব্ৰুৱাৰীৰ ৰাতি ২ বজালৈকে উপ-সভাপতি ডঃ মহেশ্বৰ নেওগৰ সভাপতিত্বত বিষয় বাচনি সভা বহে। সম্পাদকীয় বিবৃতিৰ ওপৰত হোৱা দীঘলীয়া আলোচনাত সভাৰ বিত্তীয় সংকট সম্পৰ্কে বিস্তৃত আলোচনা হয়। সভাই বহু আলোচনাৰ পাচত তিনিটি প্ৰস্তাৱ গ্ৰহণ কৰে। প্ৰথম প্ৰস্তাৱত অসমৰ আবেগিক ঐক্য আৰু সংহতি-ৰক্ষাৰ বাবে আহ্বান জনোৱা হয়। দ্বিতীয় প্ৰস্তাৱত ত্ৰিভাষী সূত্ৰ সংশ্লিষ্ট গ্ৰন্থসমূহৰ বিষয়ে বহলভাৱে আলোচনা কৰি এটি সুদৃঢ় মত স্থিৰ কৰিবৰ বাবে এটি বিশেষ সমিতি গঠন কৰা হয়। তৃতীয় প্ৰস্তাৱত অসম সাহিত্য সভাৰ নিয়মাৱলীৰ বিভিন্ন প্ৰস্তাৱিত শোধনৰ বাবে আলোচনা কৰি প্ৰতিবেদন কৰিবলৈ এটা সমিতি গঠন কৰি দিয়া হয়।

৭ ফেব্ৰুৱাৰীৰ সন্ধ্যা শ্ৰীশঙ্কৰক্ষেত্ৰৰ মণ্ডপত অনুষ্ঠিত সাংস্কৃতিক সন্মিলনৰ সভাপতিৰ ভাষণ দি অসমৰ থলুৱা সংস্কৃতিৰ সম্যকচৰ্চ্চা আৰু উৎকৰ্ষসাধনৰ বাবে আহ্বান জনায়। শ্ৰীজীৱেশ্বৰ গোস্বামী পৰিচালিত কেলিগোপাল নৃত্য-নাটিকা, বৰপেটাৰ সত্ৰীয়া সংস্কৃতিৰ পৰিবেশন আদি সেইদিনাৰ শ্ৰেষ্ঠ আকৰ্ষণ আছিল। ৮ ফেব্ৰুৱাৰীৰ সন্ধিয়া সাংস্কৃতিক সন্মিলনৰ সভাপতিৰ ভাষণ দিয়ে শ্ৰীহেম বৰুৱাই। সাংস্কৃতিক সন্মিলনৰ উপৰিও আগদিনা বেউলা নাটকৰ আৰু পাচদিনা আগমনি নাটকৰ অভিনয় হয়।

বৰপেটা অধিবেশনত জনসাধাৰণৰ মাজত অভূতপূৰ্ব্ব জাগৰণ দেখা গৈছিল। জাতি-ধৰ্ম্ম-গাওঁ-নগৰ নিৰ্ব্বিশেষে দুই লক্ষাধিক জনসাধাৰণে এই অধিবেশনত যোগ দি অসম সাহিত্য সভা তথা অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ প্ৰতি বৰপেটাবাসী ৰাইজৰ অকৃত্ৰিম প্ৰীতিৰ কথা সোঁৱৰাই দিলে। সাহিত্য সভা উপলক্ষে আয়োজিত বিৰাট প্ৰদৰ্শনীৰ ক্ষেত্ৰতো দৰ্শকসকলৰ ভিৰ

চকুত লগা হৈছিল। অভ্যৰ্থনা সমিতিৰ আদৰ অভ্যৰ্থনা; নগৰ-বাসী ৰাইজৰ সাদৰ আপ্যায়ন, চকুত লগা তোৰণসমূহ আৰু অগণন ৰাইজৰ সমাৰোহে বৰপেটা অধিবেশন মুখৰ কৰি তুলিছিল। অভ্যৰ্থনা সমিতিয়ে এখন উচ্চ মানদণ্ডৰ স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিছিল। অধিবেশনৰ দুদিন সন্ধ্যা বৰপেটাৰ বৈশিষ্ট্যস্বৰূপ চকুতলগা আতচ্‌বাজীয়ে আঁতৰৰ পৰা যোৱা দৰ্শকসকলক মুগ্ধ কৰিছিল। অসমীয়া বৈষ্ণৱধৰ্ম্মৰ গৌৰৱ স্বৰূপ বৰপেটাৰ বিখ্যাত হৰিমন্দিৰ দৰ্শন কৰাৰ সুবিধা আঁতৰৰ পৰা যোৱা দৰ্শকসকলে গ্ৰহণ কৰিছিল।

০❋❋০

## অসম সাহিত্য সভাৰ ষট্‌ত্ৰিংশ বাৰ্ষিক বৰপেটা অধিবেশনৰ প্ৰতিনিধিবৃন্দলৈ অভ্যৰ্থনা সমিতিৰ হকে আদৰণি

**অসম সাহিত্য সভাৰ মাননীয় সভাপতি ডাঙৰীয়া আৰু প্ৰতিনিধিবৃন্দ,**

যি অঞ্চলত সমবেত হৈ অসমৰ মহাপুৰুষকেইগৰাকী আৰু তেওঁলোকৰ অনুগামী সহযোগীসকলে অসমীয়া ভাষাৰ সুদৃঢ় ভেঁটি ৰচনা কৰাৰ উপৰি অমূল্য গীত নাট পদ কথাৰে সুসজ্জিত মুকুট পিন্ধাই অসমীয়া সাহিত্যক অভিষেক কৰি থৈ গ'ল- সেই ঠাইৰ শ্ৰদ্ধালু ৰাইজ তথা অভ্যৰ্থনা সমিতিৰ হকে আপোনাসৱক সাদৰ অভিনন্দন জনাইছো।

সুদীৰ্ঘ অৰ্দ্ধ শতাব্দীৰ মূৰত আজি অসমীয়া ভাষা-সাহিত্য সংহতিৰ পৰম্পৰা ন্যাসৰক্ষী অসম সাহিত্য সভা পুনঃ বৰপেটালৈ আমন্ত্ৰণ কৰি আনি আপোনাসৱক দৰ্শন আৰু সেৱাৰ সুযোগ পাই আমাৰ ইয়াৰ ৰাইজ আনন্দত ৰোমাঞ্চিত হৈ উঠিছে। বৰপেটা ৰাইজৰ এই আন্তৰিক স্বাগতম্ গ্ৰহণ কৰি কৃতাৰ্থ কৰক।

**হে অসমীয়া ভাষা-সাহিত্যৰ সেৱক-সেৱিকাসকল,**

আপোনাসৱে জাতি-ধৰ্ম্মৰ ভেদাভেদ পাহৰি এক ভাষা-জননীৰ সন্তান-সন্ততি হিচাবে ভাতৃভাৱে ইয়াত সমবেত হৈছেহি। আজি ভাষাৰ ভেঁটিত ৰাজ্য গঠনৰ সূত্ৰই স্বীকৃতি লাভ কৰা দিনত ভাষা-সাহিত্যৰ যোগেদি যাতে অসমীয়াৰ জাতীয় সংহতি, সাৰ্ব্বজনীন মিলাপ্ৰীতি উত্তৰোত্তৰ দৃঢ়তৰ কৰিব পাৰে তাৰ কাৰণে যথোচিত কাৰ্য্যপন্থা আপোনাসৱে হাতত লব বুলি আশা ৰাখিছো।

অসমীয়া ভাষা-সাহিত্যৰ প্ৰতি অসমৰ ঘৰে-বাহিৰে থকা বিৰূপ মনোভাৱ আৰু আক্ৰমণৰ এতিয়াও অৱসান ঘটা নাই।

বিভেদকামী শক্তিয়ে অসমক ছিন্ন-বিছিন্ন কৰি অসমৰ অস্তিত্ব লোপ কৰাত যত্নপৰ হৈ উঠা দেখা গৈছে। অসমীয়া ভাষা-সাহিত্য, অসমীয়াৰ নিজ অস্তিত্ব আজি এক বিৰাট সঙ্কটৰ সম্মুখীন। এনে এটি দুৰ্যোগপূৰ্ণ ক্ষণত অসমীয়া বাইজক এক সুস্থিৰ পৰিকল্পনাৰে অসম সাহিত্য সভাই পৰিচালনা কৰিব বুলি আমি ভাৰসা কৰি আছো। পৰস্পাৰ সহযোগ-সহানুভূতিৰ যোগেদি একমত হৈ আৱশ্যকীয় সুসিদ্ধান্ত গ্ৰহণ কৰাত ভগৱানে আপোনাসৱক সহায় কৰক এয়ে আমাৰ প্ৰাৰ্থনা।

অভ্যৰ্থনাৰ ক্ষেত্ৰত আমাৰ সেৱা-শুশ্ৰূষাৰ ক্ৰুটী-বিচ্যুতি দায়-দোষ হলে সেইটো আমাৰ আন্তৰিক আদৰ শ্ৰদ্ধাৰ অভাৱজনিত নহয় বুলি নিশ্চয় জানিব আৰু সেই বাবেই আপোনাসৱৰ মহানুভৱতাৰ দ্বাৰা সকলো দোষ-ক্ৰুটী মৰিষণ কৰিব বুলি আশা কৰিছো।

অশেষ ধন্যবাদেৰে অভ্যৰ্থনা সমিতিৰ হকে পুনঃ স্বাগতম্ জনালো। ইতি—

**জয় অসম !**

৭।২।৬৯

শ্ৰদ্ধাৰে—

শ্ৰীখগেন্দ্ৰ নাথ দাস,

**অসম সাহিত্য সভাৰ ৩৬শ অধিবেশনৰ**

**অভ্যৰ্থনা সমিতি, বৰপেটা।**